# প্ৰকাশকৰ দুৱাষাৰ

ডাঃ হেম বৰুৱাৰ ৰচনা অসমৰ ৰাইজৰ সুপৰিচিত। তেখেতৰ লেখাকৃতি (Pen Picture) সমূহ বিভিন্ন আলোচনী, বাতৰি কাকত আদিত ওলাইছে আৰু এইবোৰে বিস্তৰ জনপ্ৰিয়তাও লাভ কৰিছে। জনপ্ৰিয়-তাৰ আহ্বানতে আমিও তেখেতৰ কেতবোৰ ৰচনা থুপ খুৱাই পুথি আকাৰে ছপাবলৈ আগবাঢ়িলোঁ। ৰাইজৰ সমাদৰে আমাৰ এই প্ৰচেষ্টা পুৰঠ কৰি তুলিব বুলি আমাৰ দৃঢ় বিশ্বাস।

বৰ্ত্তমান সঙ্কলনত স্থান পোৱা কেইটামান লেখাকৃত আগেয়ে প্ৰকাশ পোৱা নাই। বাকীবোৰ অ'ৰ ত'ৰ পৰা লেচেৰি বোটলা—'পোকে খোৱা দাঁত' ডিব্ৰুগড়ৰ 'জেউতি মৰল'ত প্ৰকাশ হৈছিল। বাকীবোৰ 'নতুন অসমীয়া' আৰু 'ৰামধেনু'ৰ যোগেদি পাঠক-পাঠিকাসকলৰ আগত দাঙি ধৰা হৈছিল। এই সকলোবোৰ ৰচনা খিলং মুকুল সঙ্ঘত পঠিত।

লগতে অনিচ্ছাকৃত ত্ৰুটিৰ বাবে ক্ষমা মাগিব লগীয়া হল ; কিতাপ-খনত কেতবোৰ ভুল থাকি গ'ল—আমি সেই বাবে দুঃখিত। পাঠক-পাঠিকাসকলৰ সুবিধাৰ বাবে শুধৰণিৰ তালিকা এখন দিয়া হৈছে।

ৰামধেনু প্ৰেছ,
চেনিকুঠী, গুৱাহাটী

# দৃষ্টিপাত

বৰ্ত্তমান মানুহৰ মন, আওপকীয়া ভাবে হলেও বাস্তৱতাৰ ফালে ঢাল খাইছে। ই যুগধৰ্ম্মৰ প্ৰভাৱ, জাৰ্ম্মাণ ভাষাত যাক Zeitgeist বোলা হয়। বাস্তৱবাদ মাৰ্ক্সীয় দৰ্শনৰ মূল মন্ত্ৰ। এই দৰ্শনত abstract বস্তুৰ, প্ৰত্যক্ষ ভাবে কোনো স্থান নাই। ইয়াৰ মূল্যও নাই। বৰ্ত্তমান শিল্প-সাহিত্য জগতৰ "social realism," সামাজিক বাস্তৱবাদ, ইয়াৰেই চৰম পৰিণতি। দৰাচলতে, ই যুগধৰ্ম্মৰ এপিঠিহে। আন পিঠিত ফ্ৰয়ডীয় মনস্তত্ত্বৰ বুৰঞ্জী আছে। দুয়োটাৰ মণি-কাঞ্চন মিলনে আধুনিক দৃষ্টিপাত পুৰঠ আৰু চহকী কৰিছে। ডাঃ বৰুৱা দেৱৰ "চপনীয়া" দুয়োটাৰে সুঠাম সন্নিবেশ যদিও, ই কোনোটোৰেই উগ্ৰ পৰিণতি বা টোকা কাকত নহয়।

ডাঃ বৰুৱা দেৱৰ মন উদভীয়া। স্পষ্ট আৰু উদাৰ। ইয়াৰ ক'তো nhibitions বা এচলীয়া মনোভাবৰ মকৰাজাল নাই। মনস্তাত্বিক বিশ্লেষণৰ প্ৰতি খেদ আৰু বাস্তৱতাৰ নিখুঁত আকৰ্ষণে "চপনীয়াৰ" নক্সাবোৰ নিপোটল আৰু মনোগ্ৰাহী কৰিছে। প্ৰায়বোৰতেই, ক্ৰমাৎ কালৰ গৰাহত উৰ্বলি যোৱা, অসমৰ ৰাজহাড়-স্বৰূপ মৌলিক জীৱনৰ খণ্ড ছবি উভৈনদী হৈ আছে। ইবোৰক, বেজীৰ আগৰ বিচাৰ আৰু মনোবৈজ্ঞানিক পৰিবেষ্টনে তেজ-মঙহ যোগাইছে।

"আমাৰ ইস্কুল জাবকালি ৰাতিপুৱা বহে। আবেলি বাবুয়ে ধান কাটিব লাগে। বাৰিষা দুপৰীয়া হয়। বাবুয়ে হাল বাব লাগে। ইস্কুলৰ পাচফালৰ বগৰী জোপাত ৰ'দ পৰিলেই ছুটী দিয়ে।"

আমাৰ দেশত পৰিবৰ্ত্তনৰ গতি লেহেম। তথাপি, সামান্য ভাবে হলেও, পুৰণি পাঠশালাৰ গাত সময়ৰ আঙুলিৰ চিন নপৰাকৈ থকা

নাই। সংক্ষিপ্ত যদিও, এনে পৰিবৰ্ত্তনৰ কথা থোৰতে এনেদৰে প্ৰকাশ কৰা হৈছে।

"খনাগুৰিত পাতচলা আছে, এতিয়া তাত কলাপাত নচলে—
তুলাপাত চলিছে।"

"চপনীয়া"ত প্ৰযোজিত ৰচনাপদ্ধতি (technique) বহুত খিনি documentary film-ৰে একে। ই, ইথনৰ পিছত সিখনকৈ লানি নিছিগাকৈ ক্ষিপ্ৰ গতিত বাগৰি গৈছে। আচলতে, প্ৰায়বোৰ গল্পই কিছুমান ভুখৰীয়া ছবিৰ সমাবেশ। সেইবুলি ইথনৰ লগত সিখন সংস্পৰ্শহীন বা সম্বন্ধহীন নহয়। "আমাৰ বাবুৰ কাণ্ড"ৰ আম-কঠাল, পনিয়ল বাৰীৰ পয়োভৰ, গিৰ্ধাৰীৰ নিকা প্ৰতিকৃতি, বাপিৰ খেল-পথাৰৰ দক্ষতা, অসমীয়া ভূতৰ জাত বিচাৰ, নখ-দৰ্পণৰ অন্ধবিশ্বাস, চপনীয়াৰ 'নেমেছিছ' (ভাগ্য-বিপৰ্য্যয়) ইত্যাদি প্ৰত্যেকটোৱেই কৌশলী চকুৰ চানেকী। ডম্বৰু মণ্ডলৰ প্ৰণয় কাহিনীৰ পৰিণতি ইঙ্গিতধৰ্ম্মী।

"ডম্বৰু মণ্ডল এতিয়া তাৰ (প্ৰেশৰ) দদায়েক। মাক আৰু
প্ৰেশ এতিয়া দদায়েকৰ লগতে থাকে।"

"চপনীয়া'ৰ প্ৰায়বোৰ ছবি আৰু বৰ্ণনা আনুসঙ্গিত যদিও,ইবোৰে গল্পৰ প্লট নিপোটল কৰাত যথেষ্ট সহায়তা কৰিছে।

"বাপি", "গিৰ্ধাৰী', "ঘুৰঘুৰী", "পোকে খোৱা দাঁত" ইত্যাদিত হাহিৰ থুনুপাক মুকলি হৈছে। ইহঁতৰ কেইটামানৰ অন্তৰ-ধলীত 'tragic symbolism", বেদনাসিক্ত প্ৰতীকৰ প্ৰবাহ বৈ থকা যেন অনুমান হয়। বিশেষকৈ 'বাপি"ত। উৎকট ভোগ-লিপ্সা-সম্ভূত আশাবাদ (Epicurian optimism) আৰু শূন্যবাদী নিৰাশাবাদ, কোনোটোৱেই জীৱনৰ বাবে প্ৰকৃততে প্ৰাৰ্থনীয় নহয়। আচলতে, বেদনাসিক্ত গভীৰতম কাৰণসম্ভূত আশাবাদ ( tragic optimism) -ৰ জৰীয়তেহে জীৱনৰ বহণ চৰে। দাৰ্শনিকপ্ৰবৰ Schopenhauerৰ



এই সত্য উপলব্ধি কৰিব পৰা নাছিল। চাৰ্ব্বাক আদিয়েও পৰা নাছিল। বাপিৰ জীৱন, আনহাতে ইয়াৰেই কাৰুণ্যভৰা পৰিসমাপ্তি।

"তাক চিনি পোৱা কালৰ পৰাই এটি কথা লক্ষ্য কৰি আহিছো, তাৰ উদাৰ সাহসী মন, সদায় ভালৰ ফালে ঢাল লবলৈ আন্তৰিক আকাঙ্ক্ষা। কিন্তু সদায় এটা বিফল মনোৰথ হোৱা ভয়ে তাক কোঙা কৰি ৰাখিছে। এই দুটা পৰস্পৰ বিপৰীত ভাবৰ সংঘৰ্ষৰ ফলে তাৰ জীৱনৰ সকলো কাৰ্য্যকলাপতে ৰং দিছে। শুনিছো বাপজানহঁতৰ পূৰ্ব্বপুৰুষ আজমীৰ-শ্বৰিফৰ পৰা অহা। মহান আৰু ধাৰ্ম্মিক পূৰ্ব্বপুৰুষৰ কিছুমান গুণৰ বাপজান উত্তৰাধিকাৰী। সেই গুণ ধাৰাৰ লৈতে প্ৰতিকূল পাৰিপাৰ্শ্বিক অৱস্থাৰে তাৰ জীৱন গঠিত। আজমীৰ-শ্বৰিফ বহুত দূৰ। সেইদেখি প্ৰতিকূল পাৰি-পাৰ্শ্বিকতাই জয়লাভ কৰাটোৱেই স্বাভাৱিক।"

এহাতে পাৰিপাৰ্শ্বিক অৱস্থাৰ স্নায়বিক হেঁচাই বাপজানক কোঙা কৰিছে। আনহাতে Eugenics (জন্মতত্ত্ব দৰ্শন) আৰু environment (পাৰিপাৰ্শ্বিকতা)-ৰ সংঘাতে মনস্তাত্ত্বিক (psycho-analytic) অধ্যয়নৰ সমল যোগাইছে। মুঠতে, মানুহৰ জীৱনটো কিছুমান স্নায়ুৰ সমষ্টি। ইবোৰৰ ক্ৰিয়া, প্ৰক্ৰিয়াই সামাজিক ব্যৱহাৰ নিৰ্ণয় কৰে। বহুত ক্ষেত্ৰত ইয়েই Neurosis ৰোগৰো উৎপত্তিৰ কাৰণ। "অসমীয়া ভূত"-ত আছে।

"মানসিক বিকাৰগ্ৰস্ত ৰোগী (psycho-analysis) কৰি বহুতৰ বিকাৰৰ কাৰণ ভূতৰ ভয়ত প্ৰতিষ্ঠিত পোৱা যায়। এই ভূতৰ ভয় বহুত সময়ত কেচুৱা অৱস্থাত মনত সোমায়। লৰা-ছোৱালীৰ আগত ভয়াবহ ভূতৰ কথা চৰ্চা কৰা বৰ বিপদজনক। এই চৰ্চাৰ কুফল বহুত দিনৰ মূৰত ফলিবগৈ পাৰে।"

"ঘুৰঘুৰী" পুৰণি কলেজীয়া জীৱনৰ সংগঠিত অভিৰুচি (organized taste)-ৰ বিশদ বৰ্ণনা। পুৰণি কলেজীয়া-ছাত্ৰৰ ৰুচি-অভিৰুচি আজিৰ দৰে বিকেন্দ্ৰিত নাছিল। ই বৰ্ত্তমান জীৱনৰ পৰিচায়ক। "ঘুৰঘুৰী"ৰ হাস্যৰসাত্মক পৰিসমাপ্তি মন কৰিব লগীয়া। আদিৰে পৰা শুৰিলৈকে ই পকা কৰ-দৈৰ লেখীয়া ৰসাল।

"ডিমাকুচিৰ হাট" স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীৰ দোমোজাৰ সৃষ্টি। এচাতে গান্ধীজীৰ অহিংসা বিপ্লৱ, আনহাতে হিংসাত্মক (anarchist) আন্দোলন। 'দেবেগা বাবু', হৰি হাজৰিকা, মহীধৰ শইকীয়া সময়ৰ প্ৰতিনিধিমূলক (typical) চৰিত্ৰ।

মুঠতে, বৰুৱা দেৱৰ "চপনীয়াত" দক্ষতাৰ চিনাকী আছে। ইয়াৰ জালিকটাইদি প্ৰতিভাৰ পোহৰো জিলিকি আছে। প্ৰশ্ন হৈছে, জীৱনৰ সৰহ ছোৱা কাল সুকীয়া বেষ্টনত কটাওঁতা বৰুৱা ডাঙৰীয়াৰ কাপত, সংস্পৰ্শহীন সমাজ এখনৰ ছবি এনে নিকপকপীয়াকৈ প্ৰকাশ পোৱাটো সম্ভৱপৰ হৈছে কেনেকৈ? ইয়াৰ উত্তৰ আমি Will Durant-ৰ ৰচনাত পাইছো। যৌৱনত মানুহে, স্বাভাৱিকতে অলৌকিক ভৱিষ্যতৰ স্বপ্ন দেখে। প্ৰৌঢ় অৱস্থাত এই স্বপ্নৰ কাঠি-কামি উৰ্দ্ধলি যায়। তাৰ ঠাই এৰি অহা অভিজ্ঞতাৰ সমষ্টিয়ে, অবচেতন মনোলোকৰ জপনা ডেই সংগঠিত প্ৰতিকৃতিৰে পূৰণ কৰে। "চপনীয়া"ত এইবাৰ কথাৰ প্ৰমাণ আছে।

"চপনীয়াত" এটা অন্তৰ প্ৰবাহী ক্ষিপ্ৰ গতি আছে। চিকিৎসকৰ জীৱন ক্ষিপ্ৰ গতিৰ বস্তু। ৰণলৈ যোৱা ডাক্তৰৰ জীৱন আৰু ক্ষিপ্ৰ গতিত চলে। ডাঃ বৰুৱা দেৱৰ ৰচনা ভঙ্গী জীৱনৰ প্ৰতিধ্বনি। ই স্বভাৱ সিদ্ধ।

বি, বৰুৱা কলেজ। গুৱাহাটী।
পহিলা জানুৱাৰী। ১৯৫৩ চন।

হেম বৰুৱা

# চিলাআঁটিৰ 'পাতচলা'

আমাৰ ইস্কুলখন চিলাআঁটিত আছিল। আমাৰ ঘৰৰ পৰা খৰালি আধা মাইল; বাৰিষা কিন্তু এমাইলৰ ওপৰ। খৰালি পথাৰৰ মাজেৰে বাট, বাৰিষা চৰকাৰী আলিয়েদি ঘূৰি যাব লাগে। ঘৰটোত খেৰৰ বেৰো আছে, কিন্তু দুৱাৰ-ডাং ভাঙি কেতিয়াবা কেতিয়াবা গৰু সোমাই বেৰ ভাঙে। ভিতৰত এখন কাঠৰ মেজ আৰু মুঢ়া এটা আছে। তাতে বাবুৱে বহি আমাক পঢ়ায়। আমি মাটিতে শুকান কলপাত পাৰি বহোঁ। বাবুৱে সদাই ঘৰৰ পৰা কলপাতত ৫ খনকৈ হাতৰ লেখা আনিবলৈ কয়। ইস্কুল ছুটীৰ সময়ত বাবুৱে কলপাত ফালি চুকত পেলাই থয়—শুকালে তাকে পাৰি বহা হয়। উদণ্ডীয়া গৰুৱে কেতিয়াবা দুৱাৰ-ডাং ভাঙি তাকে খাবলৈ সোমায়। কলপাত নানিলে বাবুৱে ৫টা বেট মাৰে। ইস্কুললৈ নাহিলেও কলপাত লেখিব লাগে। 'অনুপস্থিত' থকা কেইদিনৰ কলপাত একেলগে দেখুৱাব লাগে। নহলে সকলো বেট একেদিনাই খাব লাগে। কেবাদিনো 'অনুপস্থিত' হলে আৰু কলপাত লেখা নহলে ছাত্ৰে বাবুৰ বেটৰ ভয়ত ইস্কুলকে এৰি দিয়ে। তোলনে এবাৰ কেখন মান লেখা পাতৰ তলত নেলেখা পাত জুকিয়াই পূৰা কৰি

আনিছিল। পাচে ধৰা পৰি বেটো খালে আৰু ৭ দিন আঁঠু-কাঢ়ি থাকিব লগা হয়।

আমাৰ ইস্কুল জাৰকালি বাতিপুৱা বহে। আবেলি বাবুৱে ধান কাটিব লাগে। বাৰিষা দুপৰীয়া হয়। বাবুৱে হাল বাব লাগে। জাৰকালিৰ ইস্কুল ভাল। ইস্কুলৰ পাচ ফালৰ বগৰী-জোপাত ব'দ পৰিলেই ছুটী দিয়ে। বাৰিষা দিনত আমি ইস্কুল বৰ ভাল নেপাও। বাবুৰ হাল বাই ভাগৰ লাগে আৰু অলপতে খং উঠে। ইস্কুল ঘৰ আৰু চৰকাৰী আলিৰ মাজত থকা আলিফুটত বাৰিষা পানী হয়। পানীত খোজকাঢ়ি যাওঁতে ভৰিত চেলাপতি জোকে ধৰে। বাবুৱে ধপাত চোবাই সেপ্ লগাই জোক গুচায় আৰু তেজ ওলোৱা ঠাইত চুন লগাই দিয়ে। ইস্কুলৰ ওচৰৰ চৰকাৰী আলিত এজোপা ডাঙৰ বৰগছ আছে! বাবু অহা পলম হলে আমি তাতে উঠি থাকোঁ, বাবু আহিলে একেলগে পানীডৰা পাৰ হও। কিছুমান লৰাই জোকলৈ অলপো ভয় নকৰে। তেওঁলোক বাবু অহালৈ বৈ থাকিব নেলাগে।

ইস্কুল ঘৰত বাবু সোমালেই আমি আটাইবোৰে থিয় হৈ "সৰস্বতি সৰস্বতি কণ্ঠে কলাপি" শ্লোকটো সমস্বৰে চিঞৰি গাওঁ; তাৰ পাচত বাবুৱে লগত লৈ অহা বস্তাৰ পৰা বহীটো মোকোলাই আমাৰ নাম মাতে আৰু আমি "উপস্থিত" বুলি উত্তৰ দিওঁ। নাম ডকা হলে বহী জপাই লৰাবিলাকৰ লগত অলপ কথা পাতে। নাৰায়ণৰ বাপেকৰ জ্বৰ কোনে কৰিছে—



আজি পাল নাই—হাল বাবলৈ গৈছে; মদন আজি স্কুললৈ নাহিলে কিয় জান নে? ককায়েকৰ ভৰিত মঘা সোমাল, মদন আজি ভাটিৰ ফালে গৈছে বেজ বিচাৰি। ধুলা, কঠীয়া পৰা হল নে—ইত্যাদি খবৰাখবৰ কৰাৰ পাচত বাবুৱে লেখি-বলৈ কব। কেটামানৰ চিলথ আছে। কিছুমানে যুক্তাক্ষৰ লিখে। লেখি থকাৰ পৰা এটা এটাকৈ মাতি আনি বাবুৱে কিতাপৰ পাঠ পঢ়ায়। সৰু সৰু ছাতৰে মেজ ঢুকি নেপালে বাবুৰ কোলাত উঠি বা মেজৰ ওপৰত বহি পৰে। কিতাপ-খন বাবুৱে বস্তাত ভৰাই লৈ আহে। চিঞাহী কলম নাই। পাঠ সকলোকে পঢ়োৱা হলে এটা এটাকৈ মাতি আনি ফলিত লেখা হাতৰ আখৰ চায়। আঁচ বেঁকা হলে হাতত ধৰি পোনাই দিয়ে। লেখা ভুল হলৈ শুধৰাই দিয়ে। ইয়াৰ ভিতৰতে কাৰোবাৰ বাহিৰলৈ যাব লগা হলে য'তে থাওক ত'তে পৰা 'বাবু বাহিৰলৈ যাওঁ' বুলি চিঞৰ মাৰি লৰ মাৰে। সকলোৰে হাতৰ আখৰ চোৱা হলে শ্ৰেণীয়ে শ্ৰেণীয়ে নেওঁতা মাতিবলৈ লগাই দিয়ে--'‚একে একে দুই, একে দুয়ে তিনি"—এজন ছাত্ৰই লগাই দিয়ে আমি সুৰ ধৰি চিঞৰো। বাবুৱে অহাৰ পৰা এতিয়া অলপ আজৰি পাই গামোচাত থকা গাঁঠিৰ পৰা তামোল এখন খাই, পিক পেলোৱাৰ চলেৰে বাহিৰলৈ গৈ ভৰিটো পোনায়। নেওতা আঁওৰাত সুৰ বদলিলেই ভিতৰ সোমাই তদাৰক কৰে। নেওতা মতা হলে বাবুৱে সোধে—চাৰিয়ে তিনিয়ে? আমি সুৰ লগাই উত্তৰ দিওঁ "চাৰিয়ে তিনিয়ে সাত"। "তিন্ নং"?—

"সাতাইশ"। সোধোঁতে নোৱাৰিলে শ্ৰেণীৰ পাচলৈ পঠিয়াই দিয়ে। সোধা শেষ হয় মানে গোটেই শ্ৰেণী থানবান হয় আৰু সেই অৱস্থাতে থাকি যায়—পাঁচদিনাৰ নেওতা সোধালৈকে। নেওতা সোধাৰ পাচত পাচদিনালৈ নেওতাৰ পাঠ দিয়ে। তাৰ পাচত গোটেইবিলাক ছাত্ৰৰ থিয় কৰাই কবিতা পাঠ হয়। লৰাবোৰে লগাই দিয়ে—"ওহে মোৰ প্ৰিয় লৰা উপদেশ ধৰা"—আমি সকলোৱে সুৰ লগাই গাওঁ। লবো পাতচলাৰ প্ৰথম ছাত্ৰ আৰু কবিতাটো তাৰ মুখস্থ। কবিতা পাঠৰ পাচত বাবুৱে হাতত চেকনিদাল লৈ দুৱাৰ মুখত থিয় দি এটা এটাকৈ লৰাৰ কলপাত ফালি ছুটী দিয়ে। কলপাত ফলা অন্ত হলেই লৰাটোৱে বস্তুত সময় আবদ্ধ থকা ভাগৰৰ পৰা বাটলুগুটিটোৰ দৰে উফৰি ওলাই সকাহ পায়। ইস্কুল ছুটী হোৱাৰ পাচত বাবুৱে বস্তাটো বান্ধি কাষলতিৰ তলত ভৰাই চেকনিদাল চালত গুজি, দুৱাৰখন জপাই ডাং দি, ছাতিটো মেলি দিনটোৰ বাহি সময়খিনিত গৃহস্থৰ কৰ্ত্তব্য কৰিবলৈ খোজ লয়। স্কুল ছুটী হোৱাৰ পাচত ঘৰ নোপোৱালৈকে মহা আনন্দ। কিন্তু ঘৰ পালেগৈ আকৌ তদাৰক, আকৌ পাঁচনি। তাৰ ওপৰতো কালিলৈ হাতৰ লেখা, কলপাত চিয়াহীৰ ভাৱনা, অলপো সুখ নাই। যেই সেই কলপাতত লেখিব নোৱাৰি। আঠিয়া কলৰ পাত লাগে; আন কলপাতত চিয়াহী ওপঙি যায়। চিয়াহী নিজে কৰিব লাগে। জাতি লাওৰ পাত ধান সিজোৱা কেৰাহী উবুৰিয়াই লৈ তাৰ ওপৰত



থৈহি থাকিব লাগে। ক'লা হলে তাৰ লগত কেহৰাজৰ পাত দি থেতেলাই পানীত মোহাৰিব লাগে। সেই পানীখিনি সৰু কেৰাহী এটাত থৈ ৰ'দত শুকাব লাগে—তেহে চিয়াহী হয়। তাকো বেছ দিন সাঁচিব নোৱাৰি, ভেকুৰি যায়। খাগৰিৰ কলমেৰে এই চিয়াহীৰে ৫ খন কলপাত লেখি অভোৱাৰ পাচতহে অইন কামলৈ মন দিব পাৰি। ভাল কাৰণ দেখুৱাব পাৰিলে কলপাত লেখি নিনিলেও বেত সদায় খাব নেলাগে। এবাৰ মহীৰামে দুদিন ইস্কুল খতি কৰি কল-পতুৱাৰে বন্ধা এটা টোপোলা লৈ স্কুললৈ আহিল। ইস্কুল খতি কৰাৰ কাৰণ সোধাত ক'লে কুহিয়াৰৰ শাল পাতিছে, বোপায়েকে শালত ম'হ খেদিবলৈ লগালে, সেই কাৰণে আহিব নোৱাৰিলে। "মিছা কোৱা নাই, বোপায়ে তাৰে মিচা পঠিয়াই দিছে।" মহীৰামক সেইবাৰ এৰি দিলে—মিচাখিনি আমাক ভাগ কৰি দিলে—কলপাত নেলেখাৰ কাৰণে মহীৰামক ভাগ নিদিলে। ফেদেলা এদিন খতি কৰি ইস্কুললৈ আহি কলে—কালি উজনিত বায়েকৰ তালৈ যাব লগা হল, আহিব নোৱাৰিলে। বাবু কিন্তু মান্তি নহল। ইস্কুল খতি কৰি ভিনিহীয়েৰৰ তাত নিসনীয়া খাবলৈ কেলেই গৈছিলি বুলি ৫ বেত মাৰিলে।

কেতিয়াবা ইস্কুললৈ দুই এজন গাৱঁৰ মানুহ আহে—আমি বৰ ভাল পাওঁ। বাবুৱে সৈতে পতা কথা শুনি থাকোঁ। খেনোৱে লৰাটোৰ ছুটী খুজিবলৈ আহে। টঙ্গি ৰাখিব লগা হৈছে। খেনোৱে ভূঁই ৰোৱাৰ নিমিত্তে! খেনোৰ ধান কটা সময় বুলি

লবাটো ঘৰত লাগে। এনে কামৰ নিমিত্তে বাবুৱে সদায় ছুটী মঞ্জুৰ কৰে। গাৱঁৰ মানুহ আহিলে বাবুলৈ সদায় টোপোলা এটা লৈ আহে।

ইস্কুললৈ যোৱাত পৰম হলে বাবুৱে আঁঠু কঢ়াই থয়। সেই কাৰণে আমি ঘৰৰ পৰা ঠিক সময়ত খোজ লওঁ। ঘৰৰ চোতালৰ এচুকে খুটি এটা পুতি থওঁ। ঘৰৰ ছাঁটো সেইখিনি পালেগৈ স্কুললৈ ওলাওঁ। খুটিটো জাৰকালি জহকালি লৰচৰ কৰি থাকিব লাগে। এই জোখতে সকলো লৰা বাবু অহাৰ আগতে ইস্কুল পাওঁগৈ। ডাৱৰীয়া হলে ছাঁ নোলায়। সেই কাৰণে বহুত আগতে যোৱা হয়। কিন্তু ডাৱৰীয়া বাবুৰ পাচত ওলালেগৈয়ো শাস্তি নিদিয়ে। ছুটীৰ সময়তো স্কুল ঘৰত আমাৰ ছাঁৰ জোখ এটা আছে। কেতিয়াবা দৰকাৰ হলেও তালৈ আঙুলিয়াব নোৱাৰি, বাবুৰ খং উঠে, আৰু বৰকৈ আঙুলিওৱা লৰাটোক বাখি থৈ দিয়ে।

আমাৰ বাবুতকৈও ইস্কুলৰ ডাঙৰ বাবু এজন আছে। তেওঁক ইস্কুলৰ বৰবাবু বোলে। আমাৰ ইস্কুললৈ এবাৰ বৰবাবু আহিল। ঘোঁৰাত উঠি আহিছিল। লগতে ভাৰী এটা। ঘড়িৰ সময়মতে অহাৰ বাবে আমাতকৈ আগেয়ে ইস্কুল পালেহি। বাহিৰতে ভাৰী আৰু ঘোঁৰা থৈ গৰু খেদাই ভিতৰৰ মূঢ়াত বহি আছিল। আমি আহি চোতালত ঘোঁৰা আৰু মানুহ দেখি ৰং পালোঁ। কিন্তু যেতিয়া জানিলো ভিতৰত ইস্কুলৰ বৰবাবু বহি আছে তেতিয়া ভয় লাগিল। বাবু আহিলতহে ভিতৰ সোমাইছো। বাবুয়ে বৰবাবুক



চিনি পালে। আমি "সৰচতি সৰচতি কণ্ঠে কলাপি" গালোঁ। বৰবাবুৱে ভাল বুলিলে—আমাৰ ভয় ভাগিল। বৰবাবুৱে আমাক পঢ়িবলৈ কলে, নেওতা সুধিলে। কলপাত চালে। এদিন বন্ধ দি তাৰ পাচত গুচি গ'ল। বৰবাবু বৰ ভাল। আমাৰ ঘৰত এদিন আলহী থাকিও গ'ল।

আমাৰ ইস্কুলখনক চিলাআঁটিৰ পাতচলা বোলে। সিফালে আৰু এখন পাতচলা আছিল—খনাগুৰি পাতচলা। খনাগুৰিৰ পাতচলাৰ বাবু ৰবি পণ্ডিত; তেওঁ দৰমহা পায়। আমাৰ বাবুৱে দৰমহা নেপায়। গাঁৱঁৰ মানুহে ধান দিয়ে। আমাৰ পাতচলাৰ ছাতৰে জিলালৈ গৈ পৰীক্ষাও দিব নেলাগে। পাতচলা স্কুল কিয় বোলে? পাত—কলপাত লেখিব লাগে বাবে পাতচলা স্কুল বোলে!

আজি চিলাআঁটিৰ পাতচলা নাই, কেতিয়াবাই উঠি গ'ল। ভেটিটোহে আছে—তাত বনৰীয়া গছ গজিছে। খনাগুৰিৰ পাতচলা আছে, এতিয়া তাত কলপাত নচলে—তুলাপাত চলিছে।

—•—

# পুহকৰ

মানুহ বেয়া ক্ষণত মৰিলে পুহ্‌কৰ লাগে। বেয়া ক্ষণটো কেনেকৈ নিৰ্ণয় কৰে কব নোৱাৰো, পঞ্জিকাত লেখা থাকে। সেই ক্ষণত মৰিলে হেনো মৃতকৰ আত্মাই সোনকালে পৃথিবীৰ সংশ্ৰৱ এৰিব নোখোজে। ঘৰ-বাৰী সা-সম্পত্তিত ইমান লোভ যে জীৱিত অৱস্থাত যেনেদৰে ব্যৱহাৰ কৰি আছিল সেইদৰেই লাগি থাকিবলৈ প্ৰৱল মোহ হয়। এনে প্ৰৱল মোহ মৃতকৰ আত্মাৰ সদ্গতিৰ বাটত বৰ বাধা। তাৰ উপৰিও মৃতকৰ পৰিয়ালৰ বৰ আহুকাল সৃষ্টি কৰে বুলিও মানুহৰ ধাৰণা। সেই কাৰণে শ্ৰাদ্ধৰ লগত বিশেষ দান-দক্ষিণা কৰি পুহ্‌কৰ গুচাব লাগে,—আত্মাৰ সগদতিৰ আৰু পৰিয়ালৰ মনৰ শান্তিৰ অৰ্থে। বৌদ্ধ ধৰ্ম্মীসকলে কুক্ষণত মৃত্যু হোৱাৰ নিৰ্ণয় কৰিবলৈকো বাট নাচায়। মৃত্যু বিজ্ঞানত (Science of Death) শিক্ষা পোৱা লামাসকলে মৃত্যু শয্যাৰ ওচৰত বহি মৰিব খোজা মানুহবিলাকক উপদেশ দিয়ে, পৃথিৱীৰ সকলো মায়া এৰি দেহৰ পৰা আত্মাক ওলাই যাবলৈ। শিক্ষিত লামা ওচৰত নাথাকিলে—গাৱঁৰ প্ৰবীণ মানুহ জনে মৰাশৰ ওচৰত সদ্য নিস্কৃত আত্মাক দবিয়াইও আঁতৰাবলৈ চেস্টা কৰে, মিছা কথা কৈ ভুৱাও দিবলৈ সংকোচ



নকৰে;—'অমুক মৃতকৰ আত্মা, তুমি আৰু ঘূৰি আহিব নোৱাৰা; কাৰণ তোমাৰ ঘৰ নাই, জুয়ে পুৰিলে তোমাৰ পৰিবাৰক অমুকে নিলে, তোমাৰ লৰা-ছোৱালী ধাৰত বিক্ৰী হ'ল, অতএব তুমি ঘূৰি আহি একো লাভ নাই দুখহে পাবা।" এয়ে হিন্দু আৰু বৌদ্ধ ধৰ্ম্ম মতে পুহ্‌কৰ লগাৰ অৰ্থ। পুহ্‌কৰ মৰিলেহে লাগে আৰু ই এটি মোহ। মোৰ কিন্তু এনে সৌভাগ্য যে জীয়াই থাকোঁতেই বৰ মোহ লগা পুহ্‌কৰ এটি মোৰ গাত লাগিছিল।

ডাক্তৰী পাছ কৰি কলিকতাৰ ধৰুৱাসকলৰ পৰা বিদায় লৈ, গুৱাহাটীত অসম চৰকাৰৰ ডাক্তৰী বিভাগত নাম লগালোঁ,—ছবছৰ বৃত্তি খাই গিৰমিট্ দিয়া আছিল। উজান বজাৰত, এতিয়া য'ত ৰাষ্ট্ৰভাষা অফিচ, সেই ঘৰতে স্বৰ্গীয় লোকপ্ৰিয় বৰদলৈৰ উকিলখানা। পুৰা শিল পুখুৰীৰ ঘৰৰ পৰা আহি তাতে মোক্কেলৰ সৈতে আলাপ কৰে। আকৌ ভাত খাই কাছাৰী কৰি, গধূলি বন্ধু-বান্ধৱবোৰেৰে সৈতে তাতে আলাপ কৰে। বাকী সময় ঘৰ খালি কাৰণে মোক তাত থাকিবলৈ দিলে। মোৰ বন্ধু চন্দ্ৰ—পিট্‌চন্দ্ৰ, উকিল, সি মোক এটা বাপুটি যোগাৰ কৰি দিলে—চৈধ্যবছৰ মান বয়স হব, নাম পাহৰিলোঁ। এই সম্বলেৰে ডাক্তৰী জীৱন আৰম্ভ কৰোঁ। ভালেই চলিছিল পুহ্‌কৰে নোপোৱালৈকে। তাৰ পাচৰ পৰা জীৱন বিচিত্ৰ আৰু সুখে-দুখে জটিল হল।

দুসপ্তাহমান যোৱাৰ পাচত এদিন একামান বজাত বহালৈ

বুৰি আহি দেখোঁ মাজৰ খোঁটালীত সুন্দ-উপসুন্দৰ মল্ল যুদ্ধ। সুন্দক চকামকাকৈ চিনি পালোঁ।—বাপুটি বুলি, উপসুন্দ অজ্ঞাত-কুলশীল সমনীয়া এজন। পেটত ভোক, বেছি সময় দৃশ্য উপভোগ কৰিবৰ সময় নহল; দুইটাৰে চুলি কোচাত ধৰি পাচ কালৰ চোতালত বাহিৰ কৰাৰ পিচতে দুয়ো অদৃশ্য হল। নিজে ভাত বাঢ়ি খাই আজৰি হোৱাৰ পিচত বাপুটিৰ খবৰ কৰিলোঁ। পাহাৰি নাপাই ৰান্ধনি ঘৰৰ পাচ ফালে চাই দেখিলোঁ দুয়ো পায়খানাৰ ওচৰত সাময়িক ভাবে থতি হোৱা যুদ্ধ চলাই আছে, এইবাৰ দুয়ো বননিত, দুয়ো দুয়োকো আঁকোল মাৰি ধৰি দিক্‌কাল বৰ্জ্জিত; ভোক গুচাৰ পাচত সুস্থ শৰীৰে অলপ দৃশ্য উপভোগ কৰিলোঁ। কিন্তু যেতিয়া দেখিলোঁ—কোনোবা এটিৰ সাংঘাতিক হবা এটা নহলে যুদ্ধৰ অন্ত নপৰে তেতিয়া কোমল হাতেৰে দুয়োকো ধৰি ভিতৰলৈ লৈ আহি যুদ্ধৰ মীমাংসা কৰোঁ বুলি বিচাৰ আৰম্ভ কৰিলোঁ। বিচাৰত ওলাই পৰিল, অজ্ঞাত-কুলশীলৰ নাম যোগেশ্বৰ, নামটো শুৱলা, ঘৰ মঙ্গলদৈৰ জলপ্লাৱী অঞ্চলত, আগদিনা আহি শুক্রেশ্বৰত আছিল, তাতে মোৰ নাম শুনি মোৰ লগুৱা হবলৈ সঙ্কল্প কৰি সেইদিনা মোৰ বহালৈ আহিছিল। মোৰ অনুপস্থিতিত বাপুটিয়ে সন্দেহৰ চকুৰে চাই তাক জেৰা কৰি উদ্দেশ্যটো বুজিব পাৰিলে তাক মোক আৰু লগুৱা নেলাগে বুলি ওভতাই পঠাবলৈ চেষ্টা কৰিছে। কিন্তু চেষ্টা বিফল হ'ল; কাৰণ যোগেশ্বৰে বাপুটিৰ মোৰ লগুৱা হোৱাৰ উপযুক্ততা সন্দেহ কৰি ভালে-



মান ব্যাখ্যা দিলে। তাৰ উপৰিও বজাৰ কৰা চলেৰে বাপুটিয়ে নিশ্চয় পইচা খায়, এইটো যোগেশ্বৰৰ দৃঢ় বিশ্বাস বুলি বাপুটিয়ে জনালে,—জনোৱাৰ পৰ মুহূৰ্ত্ততে মল্ল-যুদ্ধৰ সূত্ৰপাত। বিচাৰত কি ৰায় দিম ভাবি থাকোতেই বন্ধু চন্দ্ৰ কাছাৰীৰ পৰা চাহ খাবলৈ পালেহি। চন্দ্ৰ উকিল মানুহ, সকলো আইন অনুসাৰে বিচাৰ হব ভাবি ৰায় দিয়া ভাৰ তাৰ কান্ধত পেলাই নিশ্চিন্ত হলোঁ। চন্দ্ৰৰ বুদ্ধিমতে দুয়োকে ৰাখিব লগা হল। মই আৰু বাপুটি দুয়ো আপত্তি কৰিছিলোঁ।—যে মোৰ আৰু এটি লগুৱাৰ দৰকাৰ নাই; কিন্তু চন্দ্ৰই বুজাই দিলে যে গাত পুহকৰ লাগিলে গুচোৱা টান। যোগেশ্বৰ যে পুহকৰ এই সিদ্ধান্ত কেনেকৈ কৰিলে মোক ভাঙি নকলে—কিন্তু পুহকৰ নামটো স্থায়ী হল আৰু সন্ধিয়া বৰদলৈ ডাঙৰীয়াই তাকে সমৰ্থন কৰিলে। তেতিয়াৰ পৰা যোগেশ্বৰ মোৰ পুহকৰ বুলি উজান বজাৰৰ মোৰ বন্ধু-সমাজৰ মাজত ফাটি গল আৰু সমাজৰ সকলো স্তৰতে ব্যৱহাৰ হৈছিল।' স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এদিন মোক বাটত পাই, মাতিলে; ঘৰলৈ নোযোৱা কাৰণে দবিয়াব খুজিছিল—মই মতা খবৰ নোপোৱা বুলি সমিধান দিয়াত উত্তৰ দিলে—"তোমাৰ পুহ্‌কৰৰ আগত কৈ আহিছিলোঁ।" মই চুপ্ থাকিলোঁ। পুহ্‌কৰে অচিনাকি মানুহক চিনাকি দিবৰ হলে পুচ্‌কৰ—মোৰ লগুৱা বাহাল হোৱাৰ দুই এদিনৰ ভিতৰতে মোৰ যাবতীয় সম্পত্তি, কাম আৰু খৰচ-পাতি নিজৰ হাতত চমজি ললে।

চাবি মৰা বাকচটোত বৰ্ম্মন কোম্পানীৰ কালিয়নে অনা চুত দুটা আৰু কামিজ থাকে, কেতিয়াবা হাতত পৰিলে ধনো থাকে। প্ৰায়ে চাবি মাৰিবলৈ আজৰি নাপাওঁ। পুহ্‌কৰে বুজিব পাৰি, এদিন মোৰ হাতৰ পৰা কাঢ়ি নি চাবিটো তাৰ হস্তগত কৰিলে, ফল হ'ল সি নহলে মই বাকচ খুলিব নোৱাৰোঁ আৰু সি দিয়া কাপোৰ পিন্ধাৰ বাহিৰে আন উপায় নাই। বাপুটিক সকলো কামৰ পৰা অৱসৰ দি ৰান্ধনি ঘৰত লগালে, পাৰিলে ভাত ৰন্ধাৰ বাহিৰে বাকী সময়খিনি তাতো তলা-চাবি মাৰি ৰাখিবৰ ইচ্ছা। কিন্তু মল্ল যুদ্ধৰ আহুকালৰ কাৰণে ক্ষান্ত দিলে, মই অলপ নিশ্চিন্ত হবলৈ বাধ্য হলোঁ—।

বৰদলৈ ডাঙৰীয়াৰ দুজোৰ চাহখোৰা পিয়লা আছিল। তেখেতৰ উকিলখানা ঘৰলৈ তুলি নিয়াত চাহ বাটিত থাব লগীয়া হৈছিল। আলপী আহিলে মচ্‌কিল। পুহ্‌কৰে এদিন নতুন পিয়লাত চাহ দিলে। পিয়লাত সোণৰ আখৰেৰে ৰং চং কৰি লিখা আছে—"Love the Giver"। চমক খোৱাটো যথাসাধ্যে লুকুৱাই সুধিলোঁ—এনে কাপ কোনে আনিবলৈ কলে? উত্তৰ হল—"দোকানীয়ে!" "কিয়?"—"আপুনি ভাল পাব বুলি।" দোকানীটোৰ চিনাকি সুধি, আলাপ কৰিবৰ ইচ্ছা কোনো মতেহে ত্যাগ কৰিলোঁ,—উপায় নাই মনে মনে থাকিলোঁ। এই বিষয়ে বন্ধু-বান্ধৱৰ অবান্তৰ সমালোচনাৰ কাৰণে দুই এজন বন্ধুৱে এৰা দিলে।

বাপুটিৰ মাজে সময়ে কঁপনি জ্বৰ হৈ থাকে। জ্বৰৰ সময়ত



ভাতৰ ব্যৱস্থা ওচৰচুবুৰীয়া বন্ধু-বান্ধৱৰ ঘৰত হয়। এই কথা পুহ্‌কৰে জানে; কিন্তু পোনতে মোৰ সকলো বন্ধু-বান্ধৱৰ ঘৰ চিনি নাপাইছিল। এদিন পুৱা কামলৈ ওলাই যোৱাৰ পাচত বাপুটিৰ বৰ জ্বৰ উঠিল। ঘূৰি আহি ভাতৰ খবৰ কৰি জানিলোঁ পুহকৰে ভাত ৰন্ধাই আনি থৈছে। খোৱাৰ ব্যৱস্থা আৰু আঞ্জাৰ জুতি আচহুৱা; কোনো বন্ধুৰ ঘৰত বন্ধা যেন নালাগিল। সোধাত ওলাই পৰিল ওচৰৰ এজন অলপতে বিয়া কৰাই অনা ভদ্ৰলোকৰ পৰিবাৰক জুলুম কৰি এই কাণ্ড কৰিলে। ইয়াৰ পাচত পুহকৰক লগত লৈ সকলোকে ইমান চিনাকি কৰি দিলোঁ যে তাৰ নাম নজনা বন্ধু-মহলৰ ভিতৰ চ'ৰাত কোনো নোহোৱা হ'ল। "পুহকৰক সন্ধিয়া পঠাই দিবা, পিঠা কৰিছোঁ", "তোমাৰ পুহ্‌কৰহে পাথিয়ে দিবে, খাবাৰ আছে" "ঔষধটো পুহ্‌কৰৰ হাততে পঠিয়াই দিবা"—এনেকৈ বাতৰি আহিবলৈ ধৰিলে।

কেইদিনমানৰ নিমিত্তে মঙ্গলদৈলৈ বদলি হৈছিলোঁ। ভালেমান দিন খালি পৰি থকা ঘৰ এটাত থাকিব লগা হল। ঘৰ লোৱাৰ দিনা সন্ধিয়া দুজন বন্ধুৱে সৈতে ঘৰ সোমাওঁতেই এটা আদহীয়া ফেটিসাপ মজিয়াত হাৱা খোৱা লগ পালোঁ। বন্ধু স্বৰ্গীয় কুমুদ বৰাৰ হাতৰ পৰা থাপ মাৰি লাখুটি ডাল আনো মানে সাপ মজিয়াৰ গাতত সোমাল—। সেইটোৱেই মোৰ শোৱা খোঁটালী, বন্ধুদ্বয়ৰ হাক্ নামানি ৰাতি তাতে কটাবলৈ স্থিৰ কৰিলোঁ। ওখ "তক্তা পোচত" চাৰিওফালে আঠুৱা খুছি শুই থাকিলোঁ।

পুঁৰত্তি নিশা সাৰ পাই দেখোঁ হাত বাটিটো নুমাব খোজাৰ আগতে গোন্ধাইছে ; মোৰ চকীখনত বহি হাতত বুজন্ চাই বাঁহ এডাল সহ সাপ সোমোৱা গাঁতৰ ওচৰত পুহ্‌কৰৰ টোপনি । কৈফিয়তত ওলাল—যে ৰাতি মই শুই থকা জানি সাপে গাতৰ পৰা ওলাই মোক খাব বুলি সন্দেহ কৰি ওলালেই মাৰ সোধাবলৈ পুহ্‌কৰ হাত-বাতি আৰু টাঙোন লৈ বহি আছিল, টোপনি অহা কৰই নোৱাৰিলে ।

মঙ্গলদৈৰপৰা ঘূৰি আহি যুদ্ধলৈ যাবলৈ--পৰোৱানা পালোঁ । তাৰ ব্যৱস্থা কৰিব লগীয়া হল। পুহ্‌কৰক লৈ মহা পয়মাল। তাক লগত যাবলৈ লাগে– বয়স পোন্ধৰ বছৰৰ বেছি কোনোমতেই হব নোৱাৰে! কিন্তু যেতিয়া শুনিলে সৰু লৰা যুদ্ধলৈ যাব নোৱাৰে, তেতিয়া তাৰ বয়স ২৫ বছৰ হ'ল। ঘৰৰ বাতৰি আগেয়ে সুধিবলৈ আহৰিয়েই পোৱা নাছিলোঁ। শেষত স্বৰ্গীয় ফুকন ডাঙৰীয়াৰ হুকুম হল—মই পুহ্‌কৰক লৈ যুদ্ধলৈ যাব নোৱাৰোঁ। তেখেতৰ লগুৱা জানকীক বদলি দি পুহ্‌কৰক নিজৰ গাত লবলৈ স্থিৰ কৰিলে। তাতো পুহ্‌কৰ নাৰাজ। শেষত পুহ্‌কৰ আদিতে যি লগাই দিছিল, সেই বন্ধু চন্দ্ৰৰ হাতত গতাই দি যুদ্ধ যাত্ৰা কৰা হল। প্ৰতিশ্ৰুতি দিয়া হল যে সোনকালে যুদ্ধ জয় কৰি আহি আকৌ পুহ্‌কৰক গ্ৰহণ কৰা হব।

কেমাহমান্ চন্দ্ৰৰ চিঠিৰ পৰা খবৰ পাই আছিলোঁ। সকলো মঙ্গল ; কিন্তু ইবাকত চন্দ্ৰৰ চিঠি এখন পাই বজ্ৰাহত হলোঁ।



পুহ্‌কৰৰ পিঠিত এডোখৰ খৰ আছিল। চন্দ্ৰই ভালকৰো বুলি ডাক্তৰ এজনক দেখুৱালে। ডাক্তৰ জনে Leprosy বুলি সন্দেহ কৰি নিলগত ৰাখিবলৈ উপদেশ দিলে। পুহ্‌কৰে তাতে মৰ্ম্মান্তিক বেজাৰ পাই নিৰুদ্দেশ হ'ল। মোৰ চিঠি পাই চন্দ্ৰই বহুত খবৰ কৰিলে, কিন্তু পোৱা নগ'ল, পুহ্‌কৰে এৰিলে।

—০—

# অসমীয়া ভূত

আপোনালোকক গালি পৰা নাই। আমাৰ দেশৰ ভূত-সকলৰ আচাৰ-ব্যৱহাৰ চলনফুৰণ আদিৰ কথাহে কব খুজিছোঁ; এই ভূতসকলে গাৱঁলীয়া সমাজ গঠন, পৰিয়ালৰ বান্ধ আদিত সহায় কৰি, অতীজৰ পৰা অসমীয়া সমাজ সুচাৰুৰূপে চলাই আহিছে। প্ৰায়বিলাক অসমীয়া গাৱঁতে এটা নহয় এটা ভূত আছেই। এই ভূতৰ ব্যৱহাৰ অসমীয়া সমাজৰ চৰ্চ্চাৰ বিষয়। এই চৰ্চ্চা ইমান হয় যে ভূত ক'ত থাকে কি কৰে এই সকলো খবৰ প্ৰত্যেক গাৱঁলীয়াই জানে। আনকি ভূতটো দেখিবলৈ কেনে কি কাপোৰ পিন্ধে এই চৰ্চ্চাৰ ভিতৰত তাৰো বিবৰণ পোৱা যায়। এই চৰ্চ্চাৰ ভিতৰতে আমাৰ লৰা-ছোৱালী মানুহ হয়।

আমাৰ গাৱঁৰ গগৈচুকৰ পৰা তেলীয়া গাৱঁৰ বাটৰ বাঁহ-ধাৰীত কেটামান ভূত আছে। বাঁহধাৰীৰ বাটটো দিনতে এন্ধাৰ, সন্ধিয়া হলে সেইপিনেদি যাওঁতে গা সিৰ সিৰাই যায়। অকলশৰীয়া তিৰোতা মানুহ অসময়ত সেই বাটেদি গলে ভূতে বাটতে পথালি কৰি বাঁহ এডাল দোৱাঁই পেলাই থয়। পাৰ হবলৈ যেই বাঁহডাল আঁতৰাবলৈ হাত দিয়ে



বৰশীৰে চিপ মৰাদি বাঁহডাল প্ৰোন হৈ মানুহজনী লৈ যায়। চিয়ঁৰ-বাখৰ কৰিলে কেতিয়াবা এৰি দিয়ে। এবাৰ এজনী গাভৰু-ছোৱালী এইদৰে ভূতে পোৱাৰ পিচৰ পৰা পোৱাই নগ'ল। বাটত পথালি হৈ পৰি থকা বাঁহডালৰ পৰাহে অনুমান হ'ল যে ছোৱালীজনী ভূতে নিলে।

দিকবাই পাৰৰ জোৰকেন্দুত কিছুমানদিন এটা ভূতে বাট-কৰাক সন্ধিয়া বৰ উপদ্ৰৱ কৰিছিল। ঘণ পাতেৰে তুজোপা কেন্দুগছৰ তল এন্ধাৰ, ভয়লগা। কিন্তু টলকাবাৰীলৈ যোৱা সেইটোৱেই চুটি বাট। খোৱা-বস্তু লৈ অকলশৰীয়া বাটৰুৱাক পালে ভূতে কেন্দুগছৰ পৰা জপিয়াই পৰি কাঢ়ি নিয়ে। জোৰকেন্দুত সদায় এটা নহয় এটা ভূত থাকেই। এই ভূতৰ ভয়ৰ সুবিধা লৈ জোৰকেন্দু ঠাইডোখৰ ৰাতি পলাতক আচামী-য়েও ব্যৱহাৰ কৰে।

অসমীয়া ভূত কেইবাবিধো আছে। এবিধক দ'ত বা বাক্ বোলে। বৰণ ক'লা, দীঘল আৰু কেটেঙ্গা। সৰু জাল এখন সদায় লগত লৈ ফুৰে। তাৰে মাছ মাৰি কেঁচাই কেঁচাই খায়। মানুহ ওচৰ চাপিলে টকলিয়াই ভয় খুৱায়। পানীত নামি মাছ মাৰোতে কাষলতিৰ তলৰ জোলোঙাখন পাৰত থৈ যায়। এই জোলোঙাৰ এটি বিশিষ্টতা আছে। দ'তৰ সকলো পৰাক্ৰমৰ সঁজুলি এই জোলোঙাৰ ভিতৰত থাকে। পানীত তিতিলে জোলোঙাৰ গুণ কমি যায়। সেইকাৰণে মাছ মাৰোঁতে জোলোঙাখন পাৰত থৈ যায়।

কিবা উপায়েৰে জোলোঙাখন যদি আপুনি হস্তগত কৰি সৰিয়হৰ ডুলিত ভৰাই থব পাৰে, তেনেহলে দ'ত আৰু আৰব্য উপন্যাসৰ দৈত্যৰ নিচিনাকৈ আপোনাৰ গোলাম হৈ থাকিব। দ'ত সৰিয়হৰ ওচৰ নেচাপে। সন্ধি হাজৰিকাৰ ঘৰৰ ক'লা হতঙ্গা হাতী মাউটটো সেইদৰে বশ কৰা দ'ত বুলি বহুতে ভাবে আৰু সকলোৱে ভয় কৰে। দ'তৰ জোলোঙাটো লৈ লৰ মাৰোতে পকা চপৰানিৰ মাজেৰে লৰ মাৰিব। দ'তে পকা চপৰানিত লৰিব নোৱাৰে। কেনেবাকৈ যদি আপোনাক জোলোঙাৰে সৈতে ধৰিব পাৰে, তেনেহলে দ'তে আপোনাক মূৰটো মোচৰি মাৰি পেলাব। দ'তৰ গাত বৰ বল। দ'তে পোহা কিন্তু পৰিয়াললৈ বেয়া। ল'ৰা-ছোৱালীবোৰ ধেনা হয়। সন্ধি হাজৰিকাৰ এটা লৰায়ো গা কৰিব নোৱাৰিলে।

এবিধ ভূতক যখ বা ধনগুলৈ বোলে। প্ৰবাদ যে, কৃপণ মানুহবোৰ মৰি যক্ষ হৈ নিজৰ সম্পত্তিৰ মোহ এৰিব নোৱাৰি বাৰীৰ চুকত বসতি কৰি থাকে। কেতিয়াবা বাতি জুই একুৰা হৈ বাৰীৰ চুকত ঘূৰি ফুৰে। কিন্তু মানুহৰ গম পালেই ধনৰ সন্ধান পাব বুলি নুমাই থাকে। যখবোৰ পুতি থোৱা আন ধনৰ সন্ধান পালেও তাৰ ৰখীয়া হয়। অসম দেশৰ মান ভগনীয়াৰ ধন য'তে পোতা আছে, তাতে ধনগুলৈ আছে। এন্ধাৰ ৰাতি জুই একুৰা হৈ বিলৰ পৰা ওলাই আহি বাৰীত ফুৰি ফুৰা মানুহে দেখা পাইছে। সেইকাৰণে শনিবাৰে, মঙ্গলবাৰে এন্ধাৰ ৰাতি সেইফালে মানুহ নেযায়। প্ৰবাদ আছে,



আৰিমত্ত ৰজাই পিতৃহত্যাৰ পাচত শ্ৰাদ্ধ কৰিবলৈ চ'লাই চ'লাই ধন গোটাইছিল। কিন্তু কামত নহা কাৰণে তাতে এতিয়ালৈকে পোত গৈ আছে। ওচৰ য'ত যক্ষই তাতে পহৰা দিয়ে। নদুৱাৰ অঞ্চল আৰিমত্তৰ ৰাজ্যৰ ভিতৰত আছিল। সিদিনাৰ কথা। ডিব্ৰুগড়ৰ ধনীৰাম সদাগৰে যোৱা যুদ্ধত গৰু-মঙ্গহৰ কাৰবাৰ কৰি অগাধ ধন ঘটিলে। জাপানী অহাৰ আশঙ্কা কৰি সেই ধনেৰে সোণ কিনি বাৰীৰ চুকত পুতি থৈ সপৰিবাৰে কলিকতালৈ গুচি গ'ল। কিন্তু তাতে তেওঁৰ মৃত্যু হোৱাত এতিয়া যক্ষই বাৰীতে বসতি কৰিছে। সোণ পুতি থোৱা ঠাই ডোখৰ পুতেকহঁতেও নেজানে।

এবিধ ভূতক পকুৱা বা বিড়া বোলে। ৰাতি, বিয়লি অকলশৰীয়া বাটৰুৱাক কেতিয়াবা পকুৱাই পাই ঘূৰাই লৈ ফুৰায়। চিনাকি বাটো অচিনাকি হয়, এপৰৰ বাটত এদিনো লাগে। পকুৱাই পোৱা সময় ডোখৰৰ কাৰ্য্যকলাপ সকলো পাহৰে। শলগুৰিৰ বৰিচুকৰ পৰা বায়নৰ চুকলৈ এখোজৰ বাট। অলপতে ঘিনাই বায়নে ঘৈণীয়েকৰ নৰীয়া টান হোৱাত ৰাতি ভায়েকক ৰখীয়া দি বৰিচুকলৈ পৰ দিবলৈ মানুহ মাতিবলৈ যাওঁতে বাটতে পকুৱাই পাই মানুহটোক নোহোৱা কৰিলে। দুদিনৰ পিচতহে ঘৰ ওলাইছেহি।

ভূতৰ ভিতৰতো লিঙ্গভেদ আছে। যেনে ভূত ভূতুনী, যখ যখিনী। কিন্তু ভূতৰ ভিতৰত বিয়া বাৰু, সহবাস আদি তথ্য তদন্ত কৰি একো পোৱা নেযায়।

ভূতৰ ভিতৰত মানুহৰ নিচিনা জাতি ভেদো আছে। কিছুমান নীচ জাতীয়। সিহঁতৰ কাৰ্য্যকলাপো তেনে। মানুহলৈ ভয় কৰে; কিন্তু সুবিধা পালেই অপকাৰ কৰে। উচ্চ জাতীয় ভূত সকলে মানুহৰ পৰাপক্ষত উপকাৰহে কৰে। বুঢ়া ডাঙৰীয়া বুলি ভূতজন এনে জাতিৰ। কাল্পনিকেই বোলক বা দিঠকতে বোলক এইজন পুৰুষৰ পৰিচয়ো বৰ্ত্তমান। দীঘল ব'গা, মুখৰ বৰণ পকাথেকেৰা যেন, নিখুত ব'গা কাপোৰ পিন্ধা, মূৰত মথুৰা পাগ মৰা, ধীৰ গম্ভীৰ খোজ। থকা ঠাই নিষ্ঠাবান প্ৰগতিশীল গাৱঁৰ নাম ঘৰৰ বৃহত বৃক্ষ বা ভাগ্যৱান নৈষ্ঠিক পৰিয়ালৰ পদূলিৰ বকুল গছ। এখেতৰ বিদ্যমানত গাৱঁৰ আৰু পৰিয়ালৰ সকলোপিনে কুশল। নীতি-নিয়ম লৰচৰ হব নোৱাৰে। হলেই উচিত শাস্তিৰ বিধান হয়। তাতো যদি নুশুধৰায়, তেনেহলে বুঢ়া-ডাঙৰীয়া গুচি যায়। বৰ গছ উঘলি পৰে। গাৱঁৰ ভগন আৰম্ভ হয় আৰু কালত এৰাবাৰীত পৰিণত হয়। মই এনে গাওঁ দেখিছোঁ। এই সম্পৰ্কত ঘনাই ঠাকুৰৰ বিখ্যাত দৃষ্টান্ত উল্লেখ নকৰি নোৱাৰিলো। পৰিয়াল নিষ্ঠাবান। ঘনাই ঠাকুৰ শিৱভক্ত। অৱস্থা স্বচ্ছল; সকলোৱে শ্ৰদ্ধা কৰে। কিবা কুক্ষণত এটা ফকিৰক লগ পাই গুপ্ত ধন উদ্ধাৰ কৰিবৰ মতি হল; ফকিৰৰ সৈতে লগলাগি ৰাতি ৰাতি এৰাবাৰী লুকুকিবলৈ ধৰিলে। এদিন ৰাতি নাই। পাচ দিনা পুৱা এৰাবাৰীৰ পৰা ভতিজাকে মুৰ্চ্ছা যোৱা অৱস্থাত পাই তুলি আনিলে। ফকিৰ



নিৰুদ্দেশ। তাৰ পাচ দিনা সন্ধিয়াৰ পাচত অভ্যাস অনুসৰি গোসাঁই ঘৰৰ পৰা ওলাই আহি চ'ৰাঘৰত বহি ধোঁতা খাই আছে—এনেতে পদূলিৰ বকুল গছৰ গাৰ পৰা বুঢ়া ডাঙৰীয়া আহি এই দৰে ডাবি দি অদৃশ্য হ'ল—"ঘনাই ঠাকুৰ, সাৱধানে চলিবি" এতিয়া সেই পৰিয়ালৰ অৱস্থা শোচনীয়। বকুল গছ উভালি পৰিল। পৰিয়াল থানবান হল। নিষ্ঠাবান পৰিয়ালৰ সন্ততিয়ে মদৰ মহল, কানিৰ মহল লৰ লগা হৈছে। বৰ্ত্তমান শোচনীয় অৱস্থা মই নিজেই জানো।

আৰু এগৰাকী উচ্চ খাপৰ ভূত পৰিয়ালৰ বৰ মঙ্গলকাৰী। এই গৰাকী ঘৰতে থাকে কাৰণে ঘৰ জেউতি বুলি জনাজাত। এওঁ তিৰোতা, কেঁচা সোণৰ বৰণ, কৃষ্ণাঙ্গী তৰুণী। সোণ বৰণীয়া মুগাৰ ৰিহা-মেখেলা পিন্ধা। দীঘল খোপাত বতৰীয়া ফুলৰ চাকি। ককালত সোণৰ বাখৰ খটোৱা কৰধ্বনি, হাতত গামখাৰু। ডিঙিত বাখৰ বা গলপতা, ভৰিত নেপুৰ, কপালত সেন্দুৰৰ ৰেখা, মুখত মিচিকি হাঁহি; বাস কৰে পৰিয়ালৰ ধন-সম্পত্তি থকা পেৰা-খাটত। জীয়াৰী বোৱাৰীসকল এওঁৰ বৰ প্ৰিয়পাত্ৰী। তেওঁসকলক মিচিকি হাঁহি বিলোৱাই এওঁৰ কাম। এওঁ যি পৰিয়ালত বিৰাজমান, তাত সদায় লক্ষ্মীৰ বসতি। জীয়াৰী-বোৱাৰীৰ মন পবিত্ৰ আৰু শান্তিময়। নতুন বোৱাৰীক অজানভাবে সাদৰি লয়, তেনেকৈয়ে জীয়াৰীকো উলিয়াই দিয়ে। কেচুৱাই কান্দিলে মাকৰ অনু-

পস্থিতিত ঘৰ জেউতীয়েহে নিচুকায়। পৰিয়ালৰ নীতি নিয়ম ভঙ্গ হলে পোনতে ঘৰজেউতীৰহে চকুত পৰে আৰু খং প্ৰকাশ কৰি সন্ধিয়া ৰবঘৰৰ দীঘলী বাটত চঞ্চল ভাবে খোজ কাঢ়ে। ভৰিৰ নেপুৰৰ ধ্বনিত গিৰিহঁতে জানে যে কিবা অনিয়ম আসোঁৱাহ হৈছে, আৰু শুধৰায়। পৰিয়ালত অপবিত্ৰ কাম বা ভাব সোমালে ঘৰজেউতীয়ে এৰা দিয়ে। তেতিয়া পৰিয়াল বিশৃঙ্খল হয় আৰু ক্ষয় পায়।

কোনো ভূতে মানুহৰ সহায় বিচাৰি কোনো কোনো পৰিয়ালক উপদ্ৰব কৰি দৃষ্টি আকৰ্ষণ কৰে। তাৰ প্ৰতিকাৰ হলেই উপদ্ৰব নাইকিয়া হয়। আজি কেবা বছৰমো আগেয়ে গুৱাহাটীৰ উজানবজাৰবাসী এজন ডাক্তৰৰ ঘৰত এনে ধৰণৰ ভূত এটাই মহা উপদ্ৰব কৰে। ডাক্তৰজন উপস্থিত থাকিলে একো নকৰে। কিন্তু ডাক্তৰজন নাথাকিলেই ঘৰৰ ভিতৰত আৰু চোতালত পকা চপৰা, শিলগুটি, হাড় আদিৰ বৰ্ষণ হয়। পৰিবাৰে ভাত খাবলৈ বহিলেই ভাতৰ ওপৰত মাটি দলিয়াই দিয়ে। তাৰ পাচত শুনিছোঁ অশ্বক্লান্তত কিবা পিণ্ড দিয়াৰ পাচতহে উপদ্ৰৱ বন্ধ হয় আৰু এটা পৰিয়ালত ঠিক ৪ বাজিলেই ঘৰলৈ গৰুৰ হাড় দলিওৱা আৰম্ভ হয়। সেইবাৰ গয়াত পিণ্ড দিব লগা হৈছিল। খোৱাঙৰ গড়কাপ্তানি ডাক বঙলাত তেনে উপদ্ৰৱ হওঁতে ভাৰতৰ Theosophical Society ৰ দৃষ্টি আকৰ্ষণ কৰা হৈছিল। এইবোৰ সাময়িক উপদ্ৰৱে আহুকাল ভিন্ন মানুহৰ আন একো অপকাৰ কৰা



শুনা নাই। বহুদিনৰ আগতে শিৱসাগৰৰ এজন হাকিমৰ ঘৰত নেৰানেপেৰাকৈ এনে ভূতৰ উপদ্ৰৱ হোৱাত মানুহজনৰ পাচত মৃত্যু হয়। ভূতে মাৰিলে নে ভয়ত মৃত্যু হল বুজা নাযায়।

আমাৰ নিচিনাকৈ বঙ্গালীৰো ভূত আছে। সেইবোৰ "ভূষন্দিৰ মাথ"ত থাকে। "ভূষন্দিৰ মাথ" ক'ত কব নোৱাৰো। চাহাব ভূতো আছে। তেজপুৰৰ পুৰণি ডাকবঙলাত কিছুদিনৰ আগত এটা চাহাব ভূতে ৰাতি শুই থকা মানুহ জগাই আদাবাথীৰ চাহাবৰ বাতৰি সোধে।

ভূত আছেনে নাই এই প্ৰশ্নৰ বৈজ্ঞানিক উত্তৰ নাই। Theosophist সকলে ভূত বিশ্বাস কৰে। Multple dimension ত ভূত সম্ভৱ। পৰিস্থিতি সম্প্ৰতিকে এই যে সাংখ্য দৰ্শনৰ সূত্ৰৰ আহি—প্ৰমাণভাৱাৎ ভূতম্ অসিদ্ধম্। Sir Arthur Conon Doyle এ ভূত বিশ্বাস কৰিছিল।

মানুহৰ মন শান্তিৰ অন্বেষণত বিজ্ঞানৰ সীমা পাৰ হৈ পৰমাত্মাৰ গুৰি পাইছেগৈ। হিন্দু ধৰ্ম্মমতে মানুহ মৰিলে প্ৰেতাত্মা হৈ কিছুদিন বিচৰণ কৰি ক্ৰমোন্নতিত পৰমাত্মাত লীন হয়গৈ। নিকৃষ্ট জাতীয় প্ৰেতাত্মাৰ ক্ৰমোন্নতি ইমান তাকৰ যে ভালেমান দিন জীৱদ্দশাৰ ঠাইতে বিচৰণ কৰিব লাগে। সেই সময়ত মানুহে প্ৰেতাত্মা বা ভূত অনুভৱ কৰা একো আচৰিত নহয়। ভূতৰ সৈতে মানুহৰ কাৰ্য্যকৰী সম্বন্ধ হব পাৰেনে নোৱাৰে ইও এটা প্ৰশ্ন। Theosophist সকলে দাবী কৰে তেওঁলোকে ভূতৰ সৈতে কথা-

র্ত্তা পাতিব পাৰে আৰু সেইবোৰ বতৰা মানুহৰ উপকাৰৰ
র্থে ব্যৱহাৰ কৰিব পাৰে। আপোনালোকেও হয়তো তিনি-
াগীয়া টেবুলত বহি এন্ধাৰে-মুধাৰে ভূতক লগ পাবলৈ বৃথা
ষ্টা কৰিছে। মোৰ এজন বন্ধুৱে নথ দৰ্পনত ভূত মাতি
থম নম্বৰ ঘোঁৰাৰ বাতৰি লৈ ঘোৰা খেলত ভালেখিনি
কা হেৰুৱাইছে। আৰু এটা বিশ্বাসযোগ্য প্ৰবাদ আছে যে,
ছুমান জ্যোতিষীয়ে ভূত পোহে। এই ভূতৰ দ্বাৰা মানুহৰ
ত-ভৱিষ্যতৰ বাতৰি আনি পইচা অৰ্জ্জন কৰে হিন্দু ধৰ্ম্ম-
তে প্ৰেতাত্মাৰ সহায় বা সংশ্ৰৱ বিচৰা অকল্যাণ।
 ভূত থকা বা নথকাৰ কথা আতৰাই থৈও গাঁৱৰ ভিত-
বোৰ ভূতৰ প্ৰবাদ আছে, সেই প্ৰবাদৰ সহায় লৈ গাঁৱৰ
ছুমান দুৰ্বৃত্তই বহুত অনাচাৰ কাম কৰা কথা শুনা যায়।
পৰত কৈ অহা গগৈচুকৰ বাহবাৰিৰ পৰা এজন দুৰ্বৃত্তই
জনী ছোৱালী অপহৰণ কৰাৰ কথা মই নিজেই জানো।
াকো সেই জোৰকেন্দুৰ ভূতৰ ভয়ৰ কাৰণে ধনীৰাম কছাৰীয়ে
াঠ মাহ পুলিচক গা ঢকা দি গছৰ ওপৰত বাস কৰে।
ানুহৰ পুখুৰীত ৰাতি চুৰ কৰি মাছ মাৰি ভয়াতুৰ গৃহস্থক
াৰে টকলিয়াই দ'তৰ ভয় দেখুৱায়। হিংসাকুৰীয়া দুৰ্বৃত্তই
লৈ শিল দলিয়ায়ো মানুহক ভয় খুৱায়। মনোবিজ্ঞান
তে প্ৰচলিত ভূতে পোৱা মানুহৰ কিছুমান বিকাৰৰ লক্ষণ
জিব পাৰি। মানসিক বিকাৰৰ কিছুমান ৰোগী অনাই-
নাই ফুৰে আৰু সেই সময়ৰ কাৰ্য্যকলাপ সম্বন্ধে পাচত একো



কথা মনত নেথাকে। এই ব্যাধিটোক Amnesia বোলে। বিড়াই পালেও তদ্ৰূপ হয়। Hysteria ৰোগীৰ ফিট্ হৈ দাঁত-মূৰ কামুৰি মুখেৰে ফেন ওলোৱা অৱস্থাটো ভূতে পাই মূৰ্চ্ছা যোৱা অৱস্থাৰে সৈতে একে।

এইখিনিতে মোৰ ভূতৰ আলোচনা ওৰ পৰাৰ লগে লগে এই আলোচনাৰ উদ্দেশ্য ব্যাখ্যা কৰিবৰ দৰ্কাৰ হৈ পৰিছে। মানুহৰ ব্যক্তিত্ব গঠনত পাৰিপাৰ্শ্বিক সকলো বস্তুৰে বৰঙনি আছে। পৃথিবীৰ সকলো দেশতে সভ্যতাৰ তাৰতম্য লৈ সমাজত প্ৰচলিত এই ভূতৰ ভাবধাৰাইও ব্যক্তিত্ব গঠনত কমবেছি বৰঙনি যোগায়। অসমীয়া মানুহৰ ব্যক্তিত্ব গঠনতো অসমীয়া সমাজত প্ৰচলিত ভূতৰ ভাবধাৰাৰ বৰঙনি প্ৰচুৰ পৰিমাণে আছে। অকল সেয়েই নহয়। অসমীয়া ভূতৰ বিশিষ্টতা—যেনে দ'তৰ জোলোঙা নৱিয়হৰ ভুলি বুঢ়া ডাঙৰীয়া আদি—আৰু অসমীয়া বেজ এই সকলো বস্তুৱেই অসমীয়া ব্যক্তিত্বত স্বকীয়া গঢ় দিছে। অসমীয়া ব্যক্তিৰ বিশ্লেষণ কৰিলে বুজা যায় অসমীয়া হোজা, অসমীয়া ধৰ্ম্মভীৰু, অসমীয়াৰ মন কিবা এটা অজান ভয়ত শঙ্কাকুল। সেই কাৰণে ভীৰু। কোনো এটা কাম ন্যায় বুলি জানিও হাত দিবলৈ পাচ পৰা। অজান বস্তুৰ স্বৰূপ জানিবলৈ আকাঙ্ক্ষা বিহীন। এইবোৰ অসমীয়া ব্যক্তিত্বৰ সজুলি যোগোৱাত অসমীয়া ভূতৰ বৰঙনিয়ে পূৰা গঢ় দিছে অসমীয়া মানসিক বিকাৰগ্ৰস্ত ৰোগী বিশ্লেষণ ( psycho-analysis ) কৰি বহুতৰ বিকাৰৰ কাৰণ ভূতৰ ভয়ত প্ৰতিষ্ঠিত পোৱা

যায়। এই ভূতৰ ভয় বহুত সময়ত কেচুৱা অৱস্থাতে মনত সোমায়। লৰা-ছোৱালীৰ আগত ভয়াবহ ভূতৰ কথা চৰ্চ্চা কৰা বৰ বিপদজনক। এই চৰ্চ্চাৰ কুফল বহুত দিনৰ মূৰত ফলিবগৈ পাৰে।

---

# বাপি

ডাকছে ডাক্ কিচ্‌কো ডাক

হাম্‌ৰা ডাক্—

ঘোৰা লাগেনে বাঘ লাগে

বাঘ লাগে।'

'এইটো বাঘ' বুলি মোক যাৰ ফালে ঠেলি দিলে সিয়েই বাপি।

বাপি গোল্লা খেলৰ এটা ঘাই। এই খেলাটো অতি পুৰণি কালত কটন কলেজিয়েট স্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰসকলে স্কুল বহা সময়ৰ আগেয়ে কাছাৰী আৰু স্কুলৰ মাজত থকা মুকলি ঠাই ডোখৰত খেলিছিল। দৌৰত নিপুণ নহলে এই খেলত যোগ দিব নোৱাৰি। ঘাই হবলৈ দৌৰত বিশেষ নিপুণতা লাগে। বাপিয়ে বৰ খৰকৈ দৌৰিব পাৰিছিল আৰু বাগি দিব পাৰিছিল। সেই কাৰণে সি এটা দলৰ ঘাই।

বাপিৰ আচল নাম বাপজান আলি। মানুহে বাপ্‌জান বা বাপ বুলি মাতিছিল। সমনীয়া সকলে বাপি বুলি মাতিছিল। গুৱাহাটীত বাপি মৰমৰ মাত। বাপিৰ 'বাপ্‌জান' আগেয়ে বাগিচাৰ ডাক্তৰ আছিল। কিন্তু কিবা এটা অস্ত্ৰ চিকিৎসাত চম্ভালিব নোৱাৰি থিয়ৈ থিয়ৈ গুচি আহিব লগা হয়। তাৰ পাচত

বাগিচালৈ ঘূৰি যাবলৈ বেয়া পাই গুৱাহাটীৰ কাছাৰীত তৰণী কাম কৰিছিল আৰু দুপইচা অৰ্জ্জন কৰিছিল ।

আমি তেতিয়া “লাষ্ট ক্লাচত” পঢ়িছিলো । গোল্লাখেলাত দৌৰিব পৰাৰ চিনাকি দিয়াৰ পাচত ক্লাচত বাপি আৰু মই ওচৰ চুবুৰীয়া হলো,—সেই কাৰণে বন্ধুত্ব, ইটোৱে সিটোক ভাইজান বুলি মাতিছিলোঁ । চেহেৰাটো চকুত লগা । চিপ-চিপীয়া পাতল গা, ৰং মুকলি, চকু দহা বাওঁ ফালৰটো অলপ কেৰা, চেলাউৰি যোৰ কপালৰ মাজত লগলাগি নাকৰ গুৰিয়েদি ভালেখিনি তললৈ নামি অহা, চুলি ডাঠ আৰু ঠৰঙা । গাত বল থকা যেন নেলাগে, যেতিয়ালৈকে মাৰ-পিট নহয়—তেতিয়া মানুহে গম পায় তাৰ জোৰ ভালেখিনি । তাৰোপৰিও আপুনি মাৰিম বুলি ভাবি-চিন্তি থাকোঁতেই সি পটা-পট্ মাৰি আঁতৰ হয়, আপোনাক মাৰিবলৈ সময় নিদিয়ে । খেদি গৈ চেষ্টা কৰাও মিছা, গোল্লাৰ ঘাই এনেয়ে হোৱা নাই ।

এটা তাৰ অমায়িক গুণ আছিল । সি নিৰ্ব্বলীৰ বল, য'তে ডাঙৰ লৰাই সৰু লৰাক পীড়ন কৰে ত'তে বাপি হাজিৰ হৈ ‘ঠাণ্ডা’ কৰে । ইয়াৰ নিমিত্তে সি সময়ত বেছি বলী লৰাৰ মাৰ খায়, বক্তা-বক্তিও হৈ যায় । সেই কাৰণে আমি সকলোৱে তাক ভাল পাওঁ । এটা তাৰ সাংঘাতিক দোষো আছিল--মাৰ-পিট কৰোতে স্থান, কাল, পাত্ৰৰ বিচাৰ নাই । হেমবাবুৱে সিপিনেদি পঢ়াই আছে, ইপিনেদি চিলেটৰ দাৰে “দুস্মন”ৰ মূৰ ফালি দিলে । তাৰ পাচতে সুৰসুৰীয়া



হৈ হেমবাবুৰ বেত হাতপাতি লয় । ঘৰতো শুনিছো বাপেকে এই কাৰণেই খুঁটাত বান্ধি মাৰে । মহেন্দ্ৰ হেড্‌মাষ্টৰে সেই কাৰণেই আহোঁতে যাওঁতে তাক এটা কোব মাৰি যোৱাৰ অভ্যাস হৈ গৈছিল ; কোবটো হৈ যোৱা দোষতো খাটিব পাৰে, অথবা ভাবী দোষতো খাটিব পাৰে, তেখেতৰ সময় কম, সেই সময়ত আজৰি নাথাকিবও পাৰে ।

পঢ়াত অৱশ্যে ‘গৰু’ ; তাৰ নিমিত্তে কিন্তু হেমবাবুৱে তাৰ নেমাৰে । ওচৰত বহুৱাই অতি মৰম যত্নেৰে পঢ়ুৱায় আশা কৰিছিল বিশেষ যত্ন লৈ এই তিথৰ লৰাটোৰ মানুহ কৰে ।

স্কুল ছুটীৰ পাচত ওচৰৰ গিৰ্জ্জাফিল্ডত আমি ফুটবল খেলোঁ । ফুটবলটো এটা পুৰণি ছাল-ছিগা টেনিচ বল । সময়ে সময়ে মেচ্ খেলা হয় । স্কুলৰ ওচৰতে টেলিগ্ৰাফ্ অফিচ, তাতে বহুত ফিৰিঙ্গি চাহাব থাকে । কৰবাত সিহঁতৰ স্কুল বন্ধ হলে এসময়ত জাকে জাকে সিহঁতৰ ল'ৰা-ছোৱালীবোৰ আহি ভৰি পৰে । আমাৰ তাত আপত্তি নাই, কিন্তু আমি খেলা ঠাইডোখৰত সিহঁতে খেলিবলৈ দাবী কৰে । বাপিৰ সাহত মাৰ-পিট্ কৰিবলৈ আমি সাজু হলোঁ হয়, কিন্তু সকলোৱে বুকু ঢিপ্‌লিং ঢিপ্‌লিং । মাৰ-পিট কৰিব লগা নহল,—তাতোকৈ এটা ডাঙৰ বিপদৰ আগন্তুক হল । এদিন চাহাবৰ ল'ৰাকেটামানৰ সৈতে এটাৰ বাপেক আহিল আৰু হিন্দুস্থানীৰে বুজাই দিলে যে আমি সিহঁতৰ লৰাৰ সৈতে

মেচ্ খেলিব লাগে। মহা পয়মাল, চাহাবৰ লৰাই বুট-জোতাৰে খেলে, তাৰ গোৰ এটা খালে বৰ দুখ পাবৰ সম্ভাৱনা, আৰু সিহঁতৰ ফুটবলটো এটা বেবাব টেঙাৰ সমান ডাঙৰ আৰু টান কিন্তু বাপিয়ে ভৰষা দিলে, 'আবে পৰোৱা নাই, ডৰ নকৰিবি। এক একটা লেং দি কেনে চব চালাক পট্‌কাই দিম।" খেলা হল, বাপিয়ে কাৰ ফালে খেলিলে স্থিৰ কৰা টান, কিন্তু ইটোৰ পাচত সিটো চাহাবৰ ল'ৰা 'পট্‌কিবলৈ আৰম্ভ কৰিলে। কিমান উঠি উঠি পট্‌কি খাব? শেষত সিহঁতে ৰণ ভঙ্গ দিলে। আমাৰ খেলা ঠাইৰ দাবী তল পৰিল। এই ফুটবলৰ দলটোত থকা দুজন খেলোৱাৰ এতিয়া কলিকতাৰ স্বনামধন্য ডাক্তৰ।

বছেৰেকীয়া পৰীক্ষাৰ পাচত আমাক হেড্‌মাষ্টৰে প্ৰমোচন দিলে 'ছেভেনথ্' ক্লাচলৈ। বাপিক হেম বাবুৱে প্ৰমোচন দিলে 'এ' চেক্সনলৈ। কবলৈ পাহৰিছোঁ বাপি সেই কলিকতাৰ ডাক্তৰ দুজনৰ সৈতে দুবছৰৰ আগেয়ে ভৰ্ত্তি হৈ প্ৰমোচন পাই 'দি' চেক্সনৰ পৰা 'এ' চেক্সন পালেহি। প্ৰমোচনৰ পিচত গুৱাহাটী এৰি অন্য স্কুললৈ যাব লগা হল, লগতে বিপদৰ বন্ধু 'ভাইজান'ক পাহৰিলোঁ।

সাত বছৰৰ পাচৰ কথা। বৰ দিনৰ বন্ধত গুৱাহাটীলৈ স্কুল টুৰ্ণামেন্ট খেলিবলৈ আহিছিলোঁ, কলেজিয়েট স্কুলত থাকিবলৈ দিছিল। খেলাৰ আগদিনা গধূলিৰ হাৰ-জিকৰ আশা আলোচনা কৰিছিলোঁ। ফুটবলত সোণাৰাম স্কুল নামজ্বলা। ক্ৰিকেটত কলেজিয়েট স্কুল। মাত লগোৱাৰ চলেৰে চহৰৰ খেলুৱৈ



সকলে দলে দলে আমাক পৰ্য্যবেক্ষণ কৰিলেহি'। তাৰে এটা দলৰ পৰ্য্যবেক্ষণৰ পাচত এজনে বৰ তাচ্ছিল্যৰ সুৰত মাত লগালে—'আবে এইচব একো নহয়, চব পট্‌কি যাব।" মোৰ গা গৰম হৈ উঠিল, ময়ো কুস্তি কৰা মানুহ—"পটকি যাম?" সেই সময়তে মনৰ তলীত কিবা এটাই খিৰিং কৰি উঠিল,—কাণযাব নকৰিলো। থিয় দি মাত দিলোঁ—'আবে শুনি যা'। তাচ্ছিল্য কৰা ল'ৰাটো ঘূৰি ফেৰ পাতি ধৰিলে, লগৰ লৰা থামি গল। ময়ো তাক পৰ্য্যবেক্ষণ কৰিবলৈ সুবিধা পালোঁ, চিপ্‌চিপীয়াকৈ বগা লৰাটো পাতল দামী ধুতিখন মালকোচা মাৰি পিন্ধা, গাত 'বেন্দ' ক'লাৰৰ দোৰা কামিজ, ভৰিত চিক্‌চিকীয়া কলা 'পামচু', দহা কেৰা চকু, মাজত গোট খাই বৈ পৰা চেলাউৰি; মনৰ তলিত আৰু এটা খুন্দা মাৰিলে, আকৌ খিৰিং কৰিলে; সেই চকু, সেই চেলাউৰিৰে পট্‌কাৰ পৰা মানুহটোৰ ছবি পৰিষ্কাৰ হৈ স্মৃতিত জিলিকি পৰিল। সন্দেহ ভঞ্জনৰ কাৰণে সুধিলোঁ—"তোৰ নাম বাপি নেকি?" "No Mr B. Ali" এইবুলি সাবধানে আগবাঢ়ি আহিল। ময়ো সাজু হ'লো কাৰণ যদি বাপি হয় সি আগ ধৰি মাৰিব কিন্তু মোক বলে নোৱাৰে। আৰু যদি বাপি নহয়, তেনেহলে পৰোৱাই নাই। পিচে মাৰ পিট নহল, বাপিয়ে ভাইজান বুলি সাৱটি ধৰিলে, দুই দলৰ মিলাপ্ৰীতি হল। বাপিৰ খবৰ সুধিলোঁ। সি এতিয়া সোনাৰামত পঢ়ে। কিয়? "আলখেল্লাৰ বনিবনা নহল।" 'আলখেল্লা' কলেজিয়েট স্কুলৰ

হেডমাষ্টৰ। তেখেত পোচাঙ্ক পৰিচ্ছেদত আধুনিক আছিল, চোগা চাপকন আৰু পাচফালে পৰ্দ্দা দিয়া টুপি পিন্ধিছিল— "আৰু জান তই? খেলাই লৈ কেনে প্ৰমোচন নিদিয়ে, এইচা বেইমান!" সোনাৰাম স্কুলত কেনেকৈ ললে? "কেনেকৈ ললে! লুফি ললে! বে লুফি ললে।" তাত প্ৰমোচন দিয়েনে? "এতিয়ালৈকে কোনো বেইমানী কৰা নাই, কিন্তু তাত ভি কোনো বিশ্বাস নাই।"

আমাক খেলাত সোনাৰামে পট্‌কাব লগা নহল, তাৰ আগত বৰপেটাৰ জবৰজং কেজনৰ হাতত পট্‌কি গলোঁ। সোনাৰামে কলেজিয়েটৰ লগত ফাইনেল খেলিলে—সেই খেলাত বাপজানে খেলা দেখুৱাই দিলে। বাপজান চেণ্টাৰ হাফ্‌, তয়াময়া ৰণ, 'ওৱান্‌ অ'ল"; মাত্ৰ পাচ মিনিটমান বাকী; এনেতে কলেজিয়েটে কৰ্ণাৰ এটা দিলে, কৰ্ণাৰ কিক মাৰিবলৈ গল বাপজান! আমি আচৰিত হলোঁ 'ৰাইট্‌ আউটক মাৰিবলৈ দি বাপজানে বলটো লোৱা হলে গ'ল হোৱাৰ আশা আছিল। কিন্তু বাপজানৰ মতলব বেলেগ। কিক্‌ কৰোঁতে বলটো 'এইচা এক পেচ' লগাই দিলে যে কোনেও নোচোৱাকৈয়ে বলটো গলত সোমাই গ'ল! সকলো অবাক। কিন্তু তাৰ পাচতে সেই বিশাল জনতাই গিৰ্জ্জনি মাৰি উঠিল—'চাবাচ সোনাৰাম।' আৰু উকিল ডাঙৰীয়াও আত্মহাৰা হৈ চিঞৰি উঠিল—'ৰাচ্‌ বাচ্‌ সোনাৰাম।' মই জানিলোঁ এইবাৰ সোনাৰামে বেইমানী নকৰে, ভাইজানে প্ৰমোচন পাব।



আৰু দুবছৰ পাছৰ কথা। কটন কলেজৰ সৈতে টাউন ক্লাবৰ খেল জজ্‌ ফিল্ডত। টাউন ক্লাবৰ ফাউলৰ দোষত মই জখম হৈ পৰি গলোঁ। চাৰিটামান লৰা চিলাটো অহাদি আহি মোক দাঙি লৈ গ'ল —লগত ভাইজান। "তোৰ ইজ্জতৰ কাৰণে মই আজি একো নকৰিলো, কিন্তু মই লৰাটো চিনি থৈছো।" অতি কষ্টেৰে বুজাব লগীয়া হ'ল যে 'ফাউল' কৰিলে জান্‌ মাৰিবৰ দৰ্কাৰ নপৰে। পাচৰ কথা বাৰ্ত্তাৰ পৰা এই কেবছৰৰ খবৰ পালো। প্ৰকাশ পালে যে বাপজানে পঢ়া-শুনা এৰিলে, বাবাজান ঢুকাল, সি টাউন ক্লাবত খেলিছিল। এদিন খেলাৰ পাচত আৰু দুটামান খেলুৱৈৰ লগত অলপমান তৰ্ক হয়। বাপ-জানে চুৰী এখনেৰে কিবা কাটিছিল। তৰ্ক গৰম হোৱাত হতা-হতি হয়, তাতে চুৰীখন লাগি 'দুশ্মন' এটা জখম হয়। হাকিমে 'বেইমানী' কৰি তাক তিনি মাহ ফাটেক দিয়ে। ফাটেকৰ পৰা ওলাই আহি সি এতিয়া বিড়ীৰ কাৰ্‌বাৰ কৰে। পাটনা আৰু কলিকতাত তাৰ বিড়ীৰ কাৰখানা আছে। সি গুৱাহাটী, কলিকতা, পাটনাত ঘূৰি ফুৰিব লাগে,—তাৰ অলপো "ফুৰ্‌চৎ" নাই। সেই কাৰণে ইমান দিন সি মোক 'মুলাকাত্‌' কৰিব পৰা নাই, অৰ্থাত বাপিয়ে মোক লগ ধৰিব নোখোজে।

কলুতলা ষ্ট্ৰীটত হোম চাহাবৰ হোষ্টেলত থাকি ডাক্তৰী পঢ়ো। এদিন আবেলি দাৰোৱানে খবৰ দিলে,—"এক চাহাব মুলাকাত কৰ্‌ণে আয়া।" নামি গৈ দেখিলোঁ এজন

ফিৰিঙ্গি জাতীয় চাহাবে হোম চাহাবৰ সৈতে আলাপ কৰিছে। চাহাবী পোচাক হলেও সেই চেলাউৰি আৰু সেই চকু লুকাব নোৱাৰে, চাহাবী পোচাকত ভাইজান বুলি চিনি পালোঁ। মই অহা দেখি হোম চাহাব উঠি গ'ল। বাক্যালাপ হল। বিচাৰি কেনেকৈ উলিয়ালি? "কালি "পিক্সাৰ পেলেচ"ত টিকট কিনা দেখিছিলোঁ,—তই একলাই বাজিমাত্ কৰিলি কাৰণে মই আৰু নগলোঁ।" এইখিনিতে অলপ ব্যাখ্যা দৰ্কাৰ।

মেডিকেল কলেজৰ ল'ৰাবিলাকে চাৰি অনা টিকটত ছবি চায়। সোনকালে সস্তাৰ টিকটবোৰ বিক্ৰী হৈ যায়। সেইকাৰণে দুইমান বজাতে টিকট কিনিব লাগে। দুজন ল'ৰাৰ টিকট কিনাৰ 'ডিউটি' পৰে। টিকট কিনি দুৱাৰ খুলিলেই সোমাই, দীঘল হৈ শুই পৰি ছিট্ ৰিজাৰ্ভ কৰিব লাগে। নিউ মাৰ্কেটৰ কেজনমান ডেকাই, বহুতকৈ টিকট কিনি বেপাৰ কৰে। সেইদিনা তেনে এজন ডেকাৰ সৈতে টিকট কিনোতে অলপ হতাহতি হৈছিল। বন্ধুৱে ওচৰৰ বিড়ীৰ দোকানৰ পৰা দেখিলে। ভাইজানক সহায় কৰাৰ ইচ্ছাৰ বাবে যথোচিত ধন্যবাদ জনালোঁ। "চাহ খাবি?" "আবে চল্ ময় খুৱাম।" বগা পেন্টটো পিন্ধি বন্ধুৰ লগত ফিটন গাড়ীত উঠি কেষ্ট'লেজো বাদাছলৈ গলোঁ। এতিয়া য'ত ফাৰ্পো আছে তাতে "কেষ্ট'লেজো ব্ৰাদাৰ্চ" আছিল। 'আমিৰী' চাহ খোৱা হল। কথাবাৰ্ত্তাত জানিব পাৰিলোঁ ভাইজান এতিয়া মেটিয়া বুৰোজত থাকে। অলপতে বি, আই, বোটত বিলাত ঘূৰি আহিল।



তাতে এই পোচাক কৰাই আনিছে। বিড়ীৰ কাৰবাৰ ভালেই চলিছে। বন্ধুৱে ফিটন্ গাড়ীৰে 'পৌচাই' দি আকৌ আহিম বুলি বিদায় ললে; গধূলা হোম্ চাহাবে 'গুড্ নাইট্' কৰিবলৈ যাওঁতে কলে—"Your friend is a charming young man" মই মনে মনে থাকিলো।

তিনিমাহ মান পাচত আকৌ দাৰোৱানে খবৰ দিলে— "ভাইজান্ ব'লাতা।" নামি গৈ দেখিলো ভাইজান্ এইবাৰ ছেকেণ্ড ক্লাছ ঠিকা গাড়ীত বহি আছে, সেই পোচাক নাই, চেহেৰা অলপ বিশৃঙ্খল। নামি অ'হিব নোৱাৰে, কাৰণ গাৰোৱানে পইছা নিদিয়াকৈ পলায় বুলি, নামিবলৈ নিদিয়ে। ভাইজানক গাড়ীৰ পৰা ঋণ মুক্ত কৰি নমালোঁ। কিন্তু ভিতৰলৈ নাহিল। "তোৰ ইয়াত ইজ্জৎ আছে, মোৰ ভবিয়ৎ খাৰাপ মই নানামো" বুলি খোজ ললে। "ভবিয়ৎ খাৰাপ" হয়,—বৰ গোন্ধ।

ভালেমান দিনৰ পাচত গুৱাহাটীত ডাক্তৰী কৰোতে আবেলি এদিন টকৌবাৰীৰ ভাতি-খানাত এটা বেমাৰী চাবলৈ গৈছিলো। বেমাৰী চাই পাচ ফালৰ বাটেদি ওলাই আহোতে চকুত পৰিল, বাপিয়ে ঘৰৰ ছাঁতে বহি বুট ভজা খাইছে। মাত দিলোঁ—"ভাইজান্।" জ্বলি উঠিল—"কি ভাইজান? মই ভি তোক দেখিছো, মতা নাই, মই অলপ নাচাৰ অ ছো, তোৰো ইজ্জৎ আছে মোৰ ভি ইজ্জৎ আছে, ইজ্জৎ বচাই চলিবি, গুছ্।"—মই গুছিলোঁ।

যোৱা যুদ্ধৰ শেষ ভাগত ভৰলুমুখত শুনিলো, বাপজানৰ বেমাৰ, মোৰ খবৰ কৰিছিল। খবৰ কৰি জানিলো। বৰ দুৰৱস্থা ; মছ্‌জিদৰ ওচৰত পাণবিড়িৰ দোকান এখন দিছে। দুপৰ নিশা ভাতিখানাৰ পৰা ঘূৰি আহোতে—“আমায় হাত ধৰে তুমি নিয়ে চল সখা” গান গোৱা শুনা যায়। খবৰ শুনি মনত দুখ লাগিল, লুঙিখন পিন্ধি চটি জোতাৰে চতপ্‌ চতপ্‌ কৰি দেখা কৰিবলৈ গলোঁ। আতৰৰ পৰা দেখিলো আম গছ জোপাৰ তলতে সৰু “ষ্টল” ; তাৰ ওচৰতে বাপজানে বদ্‌না এটাৰে মুখ ধুইছে। মই ভাইজান বুলি মাত দিলো। মুখ ধোৱা এৰি তিতা হাতেৰে সাৱটি ধৰিলে। “তই বিড়ি খা, মই তৎক্ষণাত দুটা আন্দা বনাই কেনে আনো” বুলি মছজিদৰ ফালে গুছি গ’ল। দোকানখন চালো। ভাল বিক্ৰী হলেও দিনে দুটকাৰ বেছি লাভ হোৱা অসম্ভৱ। “আন্দা বনাইকেনে” আনিলে লগত আলুভজা আৰু চাহ। বিড়ী খাই খাই আলাপ হ’ল। বিড়ীৰ দোকান, তাৰ এখন দাৰ্জ্জিলিঙত আৰু এখন ভুটানত আছে। এতিয়া “তাবিয়ৎ খাৰাপ্‌” কাৰণে ঘৰলৈ আহিছে। “হেকিমি দাৱাঁই” কৰিছে অলপ ভাল পাইছে। তাৰ সেই আগৰ চেহেৰা নাই। চকু হালধীয়া—‘জন্‌দিচ্‌’ হৈছে। আলাপ কৰাৰ পাচত গুছি আহিলো। তাৰ কেদিনমানৰ পাচতে সি ঢুকাল।

তাক চিনি পোৱা কালৰ পৰা এটি কথা লক্ষ্য কৰি আহিছো. তাৰ উদাৰ সাহসী মন, সদায় ভালৰ ফালে ঢাল



লবলৈ আন্তৰিক আকাঙ্ক্ষা। কিন্তু সদায় এটা বিফল মনোৰথ হোৱা ভয়ে তাক কোঙা কৰি ৰাখিছে। এই দুটা পৰস্পৰ বিপৰীত ভাৱৰ সংঘৰ্ষৰ ফলে তাৰ জীৱনৰ সকলো কাৰ্য্যকলাপতে ৰং দিছে। শুনিছো বাপজানহঁতৰ পূৰ্ব্বপুৰুষ আজমীৰ-শ্ব’ৰিফৰ পৰা অহা। মহান আৰু ধাৰ্ম্মিক পূৰ্ব্বপুৰুষৰ কিছুমান গুণৰ বাপজান উত্তৰাধিকাৰী। সেই গুণ ধাৰাৰ সৈতে প্ৰতিকূল পাৰিপাৰ্শ্বিক অৱস্থাৰে তাৰ জীৱন গঠিত। আজমীৰ-শ্ব’ৰিফ্‌ বহুত দূৰ! সেইদেখি প্ৰতিকূল পাৰিপাৰ্শ্বিকতাই জয়লাভ কৰাটোৱেই স্বাভাৱিক।

———

# নখদৰ্পণ

ডিব্ৰুগড়ত থাকোতে শিৱসাগৰৰ এজন মৌলবীৰ সৈতে চিনাকি হয়। কথাই কথাই জানিব পাৰিলো তেওঁ নখদৰ্পণত ভূত-ভবিষ্যৰ বাতৰি দিব পাৰে। সুধিলোঁ—নখদৰ্পণ কি? তেল জাৰি বুঢ়া আঙুলিৰ নখত সানি দিলে দাপোনৰ নিচিনা হয় আৰু তাত নিমাত চল-চিত্ৰৰ নিচিনাকৈ ভূত ভবিষ্যত আৰু দূৰৰ দৃশ্যবোৰ জিলিকি পৰে। দৃষ্টান্ত দি প্ৰাঞ্জলকৈ বুজাই দিলে,—আপোনাৰ যদি হীৰাৰ আঙঠি এটা হেৰায়, নখদৰ্পণত কেনেকৈ হেৰাল, কোনে নিলে আৰু এতিয়া ক'ত আছে চল-চিত্ৰৰ দৰে ফট্‌ফটীয়াকৈ জিলিকি উঠি দেখুৱাই দিয়ে। এই নখটো কাতি মাহত জন্মা তুলা ৰাশিৰ মানুহৰ হব লাগিব আৰু কুকুৰে খোৱা ঘূণ থাকিব নেলাগিব। ওচৰত চিনি পোৱা তেনেকুৱা মানুহ থকা মনত নপৰা কাৰণে আমি বৰ কাণসাৰ নকৰিলো, তাৰ উপৰিও আমাৰ কাৰো হীৰাৰ আঙঠি হেৰোৱা নাই,—হেৰাবলৈ হীৰাৰ আঙঠি নায়ো। আমি তিনিওজন ডাক্তৰ, বৈজ্ঞানিক, এইবোৰ কথা আমাৰ বিশ্বাসযোগ্য নহয়। কথা তল পৰিল।

কিন্তু "মেজদাৰ" মনত কথাটো তলে তলে খেলিবলৈ ধৰিলে—যদি সঁচা হয় এবাৰ পৰীক্ষা কৰি চোৱা উচিত।



সেইকাৰণে তলে তলে তুলা ৰাশিৰ কাতিমাহৰ বিচাৰিবলৈ আৰম্ভ কৰিলোঁ। বেছি বিচাৰিব লগীয়া নহল। ওচৰৰ বঙালী পৰিয়ালৰ ডেকা এজন "মেজদা"ৰ ঘৰত আড্ডা দিবলৈ আহে। বিচাৰত ওলাই পৰিল তেওঁৰ কাতি মাহত জন্ম, তুলা ৰাশি, আৰু কোনো ঘূণ নাই, নখদৰ্পণ হবলৈও ৰাজি হল। আমি তিনিও ডাক্তৰ গোট খাই কমিটী কৰিলো। তাত "মেজদা"ই বুজাই দিলে। "এক্সপেৰিমেণ্ট" কৰি চোৱা যাওক। যদি সফল হয়, তেনেহলে ইয়াৰ বিৰাট পৰিস্থিতি হব পাৰে।

"মেজদাৰ" ঘোৰাখেলৃত বৰ চখ আছিল, কিন্তু সদায় 'বিশেষ সুবিধা' কৰিব নোৱাৰে। কিন্তু এতিয়া প্ৰত্যেক দৌৰতে যদি নখদৰ্পণৰ যোগেদি প্ৰথম ঘোৰাটোৰ নম্বৰ জনা যায়—"ভাবি চোৱাচোন কি বিৰাট কাণ্ড হব পাৰে?" আমি ভাবি চালো। ভাবি চাই গা পুলকিত হৈ গ'ল। আৰু কষ্ট কৰি ডাক্তৰী কৰিব নেলাগে, ঠেংৰ ওপৰত ঠেং তুলি বহি খাম। আপত্তি হল, ডাক্তৰী কৰাৰ নিচিনা সুখ নাই, খালি পইচা আৰ্জ্জিবলৈ ডাক্তৰী নকৰোঁ, তাৰোপৰিও ঠেংৰ ওপৰত ঠেং তুলি সদায় আৰাম নেলাগে। আলোচনাৰ পাচত স্থিৰ হল, পোনতে আমি মৌলবী আৰু নবজীৱনক লৈ কলিকতাৰ গ্ৰেণ্ডহোটেলত থাকি তাত ঘোৰা খেলি পইচা উপাৰ্জ্জন কৰিম, সৰহ টকা গোট খালে একেবাৰে বিলাতত গৈ বহিম। কি আগাঁ খাঁ! ঘোৰাখেল কেনে এবাৰ চাই লম। সম্প্ৰতিকে এইবোৰ কামৰ নিমিত্তে মূলধনখিনি ইয়াৰ ঘোৰাখেলতে জমাই

লম। শিৱসাগৰৰ পৰা মৌলবী চাহাবক মতা হওক। তাৰ পাচ দিনা শনিবাৰে—নখদৰ্পণত চাই ঘোৰা দৌৰ খেলা হব।

মৌলবী চাহাব আহিল। শুকুৰবাৰে কোতোহাত বেমাৰী চোৱা চল লৈ শিৱসাগৰৰ পৰা মটবেৰে লৈ অহা হ'ল।

এইখিনিতে কাৰোবাৰ ভুল ধাৰণা হোৱাৰ আশঙ্কা কৰি আগতে তাৰ মূৰ মাৰি থও। আমি তিনিজন ডাক্তৰ, পঞ্চেন্দ্ৰিয় নিখুত আৰু শক্তিশালী, মস্তিস্কৰ একো বিকাৰ নাই। সভ্ৰান্ত-ভাবে জুৱা খেলা বাদে শনিবাৰে পুৱা অন্য নিচা থকাৰ কথা নাই। সময়ত দুই চাৰিটা অদৰ্কাৰী বা দৰ্কাৰী মিছা কথা নকওঁ বুলিও মিছা নেমাতো। যিমানদূৰ জানো নৰ-জীৱনে মিছা কথা এই স্থলত কোৱা নাই। কোৱাও সম্ভৱ-পৰ নহয়, সেই কাৰণে অনুৰোধ কৰো পাচৰ কথাখিনি বিশ্বাস কৰিব।

শনিবাৰে পুৱা ৮ বজাত দুৱাৰ-ঘৰ মাৰি "মেজদা"ৰ ঘৰত নখদৰ্পণ হ'ল। মৌলবীয়ে তেল মাৰি নৰজীৱনৰ সোঁ বুঢ়া আঙ্গুলিৰ নখত ঘঁহি দিলে। "মেজদা"ই সুধিলে, "কি দেখিছ ?" —"কিছুমান ঘোৰা।"—নম্বৰবোৰ পঢ়িব পাৰিছনে ?"— "পাৰিছোঁ।"—"আজি দুই বজাৰ দৌৰত" "স্পৰ্টিং পয়েণ্ট দেখিছনে ?"—"দেখিছো"—"ষ্টাৰ্ট হলনে ?"—"হৈছে।"—আচ্ছা উইনিং প'ষ্টত আহ, প্ৰথম কোন নম্বৰ ঘোৰা ?"—"৭"— "দ্বিতীয় ?'—"৩নং"—'তৃতীয় ?"—"১নং" আমি লেখি ললোঁ। এইদৰে গোটেইবোৰ "ৰেচ"ৰ প্ৰথম তিনিটা জিকা ঘোৰাৰ



নম্বৰ জানি লৈ টুকি ললোঁ। আকৌ কিছু সময়ৰ পাচত ভুল হৈছে যদি ধৰিবলৈ দোহাৰিলো। কিন্তু এটা কথাও লৰচৰ নহল। ঠিক আগেয়ে দেখাৰ দৰেই ঘোৰাৰ নম্বৰবোৰ কলে। আমাৰ মনৰ সকলো সন্দেহ দূৰ হল। কাৰণ তাৰ স্মৰণ শক্তি ইমান প্ৰৱল হোৱা সম্ভৱ নহয় যে ঘোৰাবোৰৰ নম্বৰ একে ক্ৰমে দোহাৰাতো লৰচৰ নোহোৱাকৈ কব পাৰিব। বুকু ডাঠ কৰি পইচা-কড়ি টোপোলা বান্ধি 'ৰেচ' খেলিবলৈ ওলালো। মানুহৰ সন্দেহ নোপজাবলৈ মন্ত্ৰণা হ'ল যে প্ৰত্যে-কেই বেলেগে বেলেগে যাব আৰু খেলিব আৰু বেছিকৈ লোভ নকৰিব। গধূলি ঘূৰি আহিলো—আমি সকলো চুণ খোৱা জেঠী !!

হতাশৰ খণ্ডত গধূলি কমিটী কৰি মৌলবী চাহাবৰ কৈফিয়ৎ লোৱা হ'ল। তেওঁৰ কৈফিয়তত আৰু হতাশ হব লগা হল। কেতিয়াবা হেনো নখদৰ্পণত দুষ্ট ভূতে ছবি দেখুৱায় তেতিয়া ছবি মিছা। নৰজীৱনে মাত লগালে,—"ছোটলোক ভূত।" আৰু এজনে পইচা যোৱাৰ হান কাঢ়ি তাকে ইংৰাজীৰে বহলাই ব্যাখ্যা কৰি কলে—"ভূতে 'স্মলমেনামি' কৰিলে।" মৌলবী চাহাবে "স্মলমেন্" ভূতৰ ঠাইত "বিগমেন্" ভূত সদায় আনিব পৰা মন্ত্ৰৰ একো আশা দিব নোৱাৰাত হতাশ হৈ মৌলবী চাহাবক সেই দিনা ৰাতিয়েই তৃতীয় শ্ৰেণীৰ টিকট এখন কিনি বেলত বিদায় দিয়া হল। নখদৰ্পণত আস্থা হেৰুৱাই আমি সকলোৱে পইচাৰ শোক পাহৰিবলৈ চেষ্টা কৰিলো।

কিছুদিনৰ পাচত 'মেজদা' কাৰ্য্যবশতঃ গৌৰীসাগৰৰ ডাক্ বঙলাত দুদিনমান থাকিব লগীয়া হয়। লগত "ইয়াৰ" নৱজীৱন। তাতে বিহু হাজৰিকাৰ সন্ধান পায়। বিহু হাজৰিকা হেনো তান্ত্ৰিক বুঢ়া ভকত। নখদৰ্পণৰ তান্ত্ৰিক মন্ত্ৰ জানে। গৌৰীসাগৰৰ অধিবেশন মোৰ চকুৰ অগোচৰ কিম্বদন্তি মাত্ৰ। চমুকৈ,—নৱজীৱন নখদৰ্পণ দেখাৰ আগতে ভূতে পাই মূৰ্চ্ছা গ'ল, বিহু হাজৰিকাৰ কৈফিয়ৎ গৌৰীসাগৰৰ ডাক্ বঙলাটো অশুচি আৰু আগেয়ে পূজা পাতল নকৰাকৈ এইবোৰ কাম সিদ্ধি নহয়। পাচ দিনা নৱজীৱনক লৈ "মেজদা" ঘূৰি আহিল।

নৱজীৱনক পৰীক্ষা কৰি মূৰ্চ্ছা যোৱাৰ কাৰণ উলিওৱাৰ ভাৰ মোৰ গাত পৰিল। তাৰ মূৰ্চ্ছা ৰোগ (Epilepsy) নাই, আগেয়ে কেতিয়াও মূৰ্চ্ছা যোৱাও নাই। প্ৰৱল জ্বৰ হলে আন মানুহৰ দৰে ভ্ৰম বকে। পৰিয়ালত কাৰো মনোবিকাৰ বা মস্তিষ্ক বিকাৰগ্ৰস্ত ৰোগী নাই। নতুনকৈ জাগৰণ হোৱা মনৰ তলিত অনিশ্চিত ভয়ৰ বাহিৰে একো লক্ষণ পোৱা নগল।

মৌলবীৰ নখদৰ্পণ, আমি ধেমালি, লোভ, আৰু বৈজ্ঞানিক ভাবৰ (Scientific Propensity) ফালৰ পৰা চাইছিলো। কিন্তু এতিয়া লোভ আৰু ধেমালি উৰি গল। বিজ্ঞানৰ কি সূত্ৰত নখদৰ্পণত ভূত ভৱিষ্যতৰ চল-চিত্ৰ ওলাব পাৰে, তাৰে তথ্য আবিষ্কাৰ কৰিবলৈ আমি দৃঢ় সঙ্কল্প হলো। নৱজীৱন ইয়াৰ নিমিত্তে বলিৰ পাঠা হবলৈকো ৰাজি। বিহু হাজৰিকাক মতা



হল। তেওঁৰ নিৰ্দ্দেশ মতে সকলো কাৰবাৰ কৰ হল। মেজদাৰ ঘৰৰ সকলো অশুচি বস্তু গুছাই গোবৰ পানীৰে মচা হল.--বাহিৰত "ডাক্তৰ ঘৰত নাই" বুলি নটিচ ওঁৰা হ'ল। "মেজদাৰ" অবিবাহিত চাকৰটোক ছুটী দিয়া হ'ল। নৱজীৱনে আগদিনা অল্লাহাৰ কৰি পাচদিনা গা পা ধুই শুচি হৈ খালি ভৰি খালি পেটে হাজিৰ। আমিও গা পা ধুই শুচি হৈ ৬ বজাত (লোকেল টাইম) পাচ ফালৰ দুৱাৰেদি সোমালো। হাজৰিকাই ইতিমধ্যে পূজা-পাতল শেষ কৰিছে। ৰঙা চুৰীয়া, পাতৰ চাদৰ কপালত সেন্দুৰৰ ফোঁট, কুশাসনত বহা। আগতে কলপাতত ৰঙা ফুল, সেন্দুৰ, দুৰ্ব্বা, চাউল আৰু কিবাকিবি। খোৰা তেলৰ চাকি এটাৰ ওপৰত এখন দা ধৰি তাত কাজল তৈয়াৰ কৰিছে। নৱজীৱনক ওচৰতে বহিবলৈ কলে আৰু মন্ত্ৰ মাতি কপালত সেন্দুৰৰ ফোঁট এটা দিলে। আমি সন্তৰ্পণে অলপ দূৰত উপবিষ্ট। তাৰ পাচত দাখন মাটিত থৈ তাৰ পৰা কাজল অলপ লৈ মন্ত্ৰ মাতি নৱজীৱনৰ বুঢ়া আঙ্গুলিত ঘঁহি দি সুধিলে, "দেখিছনে ?" উত্তেজিত ভাবে উত্তৰ হল—"দেখেছি",—তাৰ পাচত সৰ্ব্বনাশ ॥

ঘাপটো কাৰ গালে টোৱাইছিল বুজা টান। কিন্তু "তবেৰে চালা," বুলি ওচৰত থকা দাখন মূৰৰ ওপৰত ঘূৰাই, যেতিয়া ঘাপ মাৰি দিলে পৰিল—খোৰা তেলৰ চাকিটোৰ ওপৰত। আৰু এবাৰ ঘপিয়াব খোজোঁতেই আমি সাৰটি ধৰিলো, হাজৰিকাই কপালৰ সেন্দুৰৰ ফোটটো লৰালৰিকৈ

মচি দিলে নৱজীৱনে দা এৰি "মেজদাৰ" কোলাত মুচকচ গল।

নৱজীৱনক শুশ্রূষা কৰি শুৱাই থোৱাৰ পাচত বিহু হাজৰিকাই বিৰক্তি ভাবেৰে মাত লগালে,—"এৰা, এইবোৰ সকাম যেতিয়াই তেতিয়াই য'তে ত'তে কৰা বিপদ আছে।" সুধিলো—"কেতিয়া আৰু ক'ত বা কৰা বিধেয় ?" উত্তৰ পালো —আঁউসীৰ মাজনিশা আৰু শ্মশানত।" তাত ভোল নগৈ, তেওঁক ততালিকে বিদায় দিয়া হ'ল। নৱজীৱনৰ শুশ্রূষাৰ পাচত কি হৈছিল সোঁধাত, উত্তৰ হ'ল—"কিছুই মনে নেই।" কেইদিনমানৰ পাচতে কিন্তু উপসৰ্গই দেখা দিলে। "হেমদা একটা গন্ধ পাচ্ছনা ?"—কিহৰ গোন্ধ ?—"পঁছা মৰাৰ গন্ধ" ক'তো গোন্ধোৱা বস্তুৰ শুংসূত্ৰই বিচাৰি পোৱা নগলত—আচল কথা বুজিব পাৰিলো, বুজালো "ৰাইনাইটিচ (Rhinitis) হলে বেয়া গোন্ধ পায়, তোমাৰ নাকটো পৰীক্ষা কৰি চাই ঔষধ দিম।" নাকত একো নাই। কিন্তু দহদিন মান পুৱা গধূলা নাকৰ ভিতৰটো "ডেটলেৰে" সৈতে ধোৱা হল। "ডেটল"ৰ 'গোন্ধত 'পছা-মৰাৰ" গোন্ধ আঁতৰ হল।

এইটোৱেই নখদৰ্পণৰ আমাৰ প্ৰত্যক্ষ জ্ঞান।

ৰকমাৰি কিম্বদন্তি শুনাৰো ভালেখিনি জ্ঞান আছে। বাস্তৱটো মানি লবলৈ বাধ্য হৈছোঁ, আৰু আপোনালোকেও মানি নলৈ নোৱাৰে যে, আমাৰ সমাজত বৰ্ত্তমান যুগতো কুসংস্কাৰাপন্ন মানুহে, বিশেষকৈ তিৰোতা সমাজত হেৰোৱা বস্তু



বিচাৰি উলিয়াবলৈ নখদৰ্পণৰ সহায় লয় আৰু তেওঁলোকৰ অন্ধবিশ্বাসৰ ওপৰতে কিছুমান দুৰ্ব্বৃত্তই বেপাৰ কৰি তৰি আছে। এফালে বিশ্বাসকাৰীসকলৰ অন্ধবিশ্বাস গোট মাৰি মানসিক দুৰ্ব্বলতাৰ প্ৰশ্ৰয় দিয়ে। আনপিনে দুৰ্ব্বৃত্ততাৰ পৃষ্ঠপোষকতা কৰি সমাজৰ মানসিক স্বাস্থ্য ঘৃণীয়া কৰে। নখদৰ্পণৰ সহায়েৰে ভূত-ভবিষ্যত জানিব পৰা হলে পৃথিবীৰ আজি বহুত জটিল সমস্যা সমাধান হলহেতেন। যেতিয়ানে বিহু হাজৰিকাক ধৰাই নি কোৰিয়াৰ কঠিন সমস্যা সুবিধামতে নিৰ্ণয় কৰি ললেহেতেন আৰু হাজৰিকাক "গ্লেণ্ড ইমপ্লেনটেশ্যন্" কৰি আৰু ভিটামিন খুৱাই জীয়াই চিৰস্মৰণীয় কৰি লেনিনৰ মৰা শৰ নিচিনাকৈ ফটিক স্তম্ভত ভৰাই থলেহেঁতেন।

মানুহৰ মন সৃষ্টিৰ শ্ৰেষ্ঠ অবদান। এই মনৰ উৎকৰ্ষৰ ফল অপৰিসীম। পঞ্চেন্দ্ৰিয়ৰ সহায়েৰে উৎকৰ্ষ সাধনত বৰ্ত্তমান পৰমাণু বিশ্লেষণ কৰি মানৱ-জাতি অগাধ সম্পত্তিৰ উত্তৰাধিকাৰী হৈছে। টেলিভিশ্যণ, আৰু ৰেডিঅ' সম্ভৱপৰ হৈছে। সঠিক ভবিষ্যতৰ ছবি এতিয়ালৈকে বিজ্ঞানে দিব পৰা নাই। ভবিষ্যত পঞ্চেন্দ্ৰিয়ৰ বাহিৰ। ভবিষ্যতৰ বাতৰি দিব পৰা আৰু ইন্দ্ৰিয় বিজ্ঞানে পোৱা নাই। "নিউক্লিয়াৰ ফিজিক্স"ৰ বাহিৰত যদিও মনোবিজ্ঞানে ইয়াৰ মাত্ৰ সন্ধানহে উনুকিয়াইছে। প্ৰত্যেক ব্যক্তিয়েই এই জ্ঞানেন্দ্ৰিয়ৰ এবাৰ নহয় এবাৰ সঁহাৰি পায়। দোধোৰ-মোধোৰ সঙ্কটত মনৰ তলিৰ পৰা এই ইন্দ্ৰিয়ই আপো-নাক সঙ্কেত দিয়ে, কেতিয়াবা বুজে, আপুনি উদ্ধাৰ পায়;

কেতিয়াবা নুবুজে,—আপোনাৰ বিপদ। এই বিধ ইন্দ্ৰিয়ৰ মৃদু সঙ্কেত বুজিবলৈ মনৰ যি উৰ্ব্বৰতা আৰু উৎকৰ্ষ লাগে, সৰ্ব্বসাধাৰণৰ সেইটো নাই। সেই কাৰণে এই ইন্দ্ৰিয়ৰ গুণ অজান আৰু ইয়াৰ শক্তি নিশ্চিত ভাবে কাৰ্য্যকৰী নহয়। আমাৰ উৰ্ব্বৰ মনৰ পূৰ্ব্বপুৰুষসকলে এই জ্ঞানেন্দ্ৰিয়ৰ ওখ খাপৰ উৎকৰ্ষ সাধন কৰি ত্ৰিকলাজ্ঞ হৈছিল আৰু সঞ্জয়ে দিব্যচক্ষু পাইছিল। এতিয়াও পৃথিবীৰ ভিতৰত এখন দেশত এনে মানসিক উৎকৰ্ষৰ চৰ্চ্চা চলি থকা জনা যায়। তিব্বতত এতিয়াও ত্ৰিকালজ্ঞ লামা পৰিব্ৰাজকসকলে লগ পোৱাৰ বিৱৰণ শুনা যায়। কিন্তু এই সম্পদ পাৰ্থিব সমস্যা সমাধান কৰিবলৈ ব্যৱহাৰত নাহে। সেই পুৰুষসকলৰ মনত কোৰিয়া সমস্যা অতি তুচ্ছ। য'ৰ পৰা এই চৰ্চ্চা প্ৰচাৰ পাইছিল, সেই আৰ্য্যস্থান এতিয়া অন্ধকাৰ। কুকুৰীকণাই যেনেকৈ খেপিয়াই আন্ধাৰত কিবা বিচাৰি কিবা পায়, সেইদৰে দুই এজনে খেপিয়াই মন্ত্ৰ বা তন্ত্ৰৰ আভাস পাব পাৰে; কিন্তু কাৰ্য্যকৰী নহয়—নৱজীৱনৰ ভাষাত "ছোটলোক" ভূতত পৰিণত হয়। আমাৰ মৌলবী আৰু বিহু হাজৰিকাৰ ক্ষেত্ৰত সিমানদূৰো পোৱাৰ মোৰ বিশ্বাস নহয়। যিটো দেখুৱালে তাৰ ব্যাখ্যা ঠগ আৰু বেপাৰ।

বশীকৰণ বিদ্যা মনোবিজ্ঞান সন্মত। পাত্ৰ বিশেষে এই বিদ্যাৰে অতি সহজে এজনক মনেৰে বশ কৰি ইচ্ছামতে কথা কোৱাব পাৰি। ঘোৰ-দৌৰত পইচা ঘটিবলৈ—নৱজীৱনৰ আগ্ৰহে মনৰ সাধাৰণ প্ৰক্ৰিয়া দুৰ্ব্বল কৰাত মৌলবী চাহাবে ভাল পাত্ৰ



পালে—তাৰ পাচত সকলো সহজ; লগতে আমাকো ভুৱা দিলে। তান্ত্ৰিক-ভকত বিহু হাজৰিকাৰ ক্ষেত্ৰত অলপ বিচিত্ৰতা আছে। গৌৰীসাগৰত কি হৈছিল মই দেখা নাই। কিন্তু তাৰ পৰা ঘূৰি অহাৰ পিচতে মই নৱজীৱনক পৰীক্ষা কৰি এটা নিহিত ভয়-সঞ্চাৰৰ দোষ উল্লেখ কৰিছোঁ। ডিব্ৰুগড়ৰ অধিবেশনত তান্ত্ৰিক পূজাৰ আড়ম্বৰ,—ৰঙা চুৰীয়া, সেন্দুৰৰ ফোঁটা আদি ভয় দেখুওৱাৰ প্ৰধান সামগ্ৰী। যথেষ্ট পৰিমাণে ভয় দেখুৱাব পাৰিলে বশীকৰণ সুচল হয়। এই ক্ষেত্ৰত কিন্তু মাত্ৰা অলপ বাঢ়িলে। ভয়ৰ মাত্ৰা বাঢ়িলত মন অৱশ হৈ হিষ্টিৰিয়াৰ খাপলৈ নামি যায়। তেতিয়া একেবাৰে বিমোৰত পৰি ভয়ৰ সামগ্ৰী,—এই ক্ষেত্ৰত বিহু হাজৰিকাৰ ওপৰত খং হয়। এনে অৱস্থাত প্ৰতিক্ৰিয়া (Impulse) অসংযমীয়। কিন্তু দাখন হাতত লওঁতেই, হিষ্টিৰিয়াৰ পাচৰ প্ৰভাৱ মূৰ্চ্ছা বিস্তাৰ হওঁতে হাত শিথিল হয়,—বিহু হাজৰিকা বাচি যায়। নৱজীৱনৰ দা লৈ আক্ৰমণ যে হিষ্টিৰিয়াৰ প্ৰভাৱ তাৰ এটা প্ৰমাণে কেইদিনমানৰ পাচতহে দেখা দিয়ে। একেবাৰে সুস্থীয়া নাকত অকাৰণে "পঁচা-মৰাৰ গোন্ধ" পোৱা হিষ্টিৰিয়া ৰোগৰ লক্ষণ। কেতিয়াবা পোৱা গেলা মঙহৰ গোন্ধ— "হাইপ'কেম্পাচত" (Hippo Campus) গোট মাৰি আছিল মূৰ্চ্ছাৰ পাচত আউল লগা মনত হাজৰিকাৰ শ্মশানৰ উল্লেখত আকৌ জাগৰণ হৈ স্মৃতিত ফুটি উঠিল। চিকিৎসাত সোনকালে ভাল হয়। হাজৰিকা আৰু মৌলবী সকলৰ এনে ক্ৰিয়া

গাও নৱজীৱনৰ ভাষাত—"বুজবেঁ।কি ?"

শেষত নিবেদন "মেজদা" মোৰ মেজদা নহয়। কাৰণ
য়সত সৰু। তেওঁৰ সৰ্ব্বঢাক নাম মাত্ৰহে ব্যৱহাৰ কৰিছোঁ।
ৱজীৱনৰ নামো নৱজীৱন নহয়, কিন্তু ওচৰচুবুৰীয়া,—বিহু
াজৰিকাই প'ঢ় বেয়া পালেও মোৰ আপত্তি নাই।

———

# গিৰ্ধাৰী

এটা উমৈহতীয়া ভ্ৰান্তিৰ কাৰণে আমি দুয়ো বন্ধু হবৰ সুযোগ হ'ল।

১৯১০ চনত কলেজত নাম লেখাবলৈ বুলি হোষ্টেলত সোমাইছোহি। সেই সময়ত হোষ্টেলৰ ঘৰ মাত্ৰ এটা—খেৰৰ বিৰাট ব্যাপাৰ; এতিয়া য'ত কলেজৰ ডিচ্‌পেনচেৰি আছে তাৰ মুখে মুখে। চিনাকি ঘৰ, ৮ বছৰৰ আগেয়ে তাত বসতি কৰিব লগা হৈছিল। গাড়ীৰ মাল নমাবলৈ মানুহ দৃষ্টিত মাত্ৰ এটা পৰিল; তাতে মোৰ ভুল হ'ল। গিৰ্ধাৰীৰ, ভুল অন্য এটা। 'হাম জামাদাৰ হে'।
অৰ্থাৎ মোক বুজাব খুজিছিল,—জামাদাৰে বাবুৰ কাপোৰ-কানি অনা দোষ হব। সেই কালত "বাবু" হলে গৌৰৱ পাইছিলো। মেটোৰে কাপোৰ-কানি চুলে দোষ হোৱা আজি-কালিৰ দিনত হাঁহিয়াতৰ কথা; কিন্তু সেই কালত কটন কলেজ হোষ্টেলত ই বৰ নিষ্ঠাৰ চানেকী। সেই সময়ত গা নোধোৱাকৈ ভাত খালে বেলেগ শাৰীত খাব লাগে। বামুণৰ শাৰী বেলেগ আৰু কায়স্থৰ শাৰী - বেলেগ। অতি নিষ্ঠাবান কেগৰাকীয়ে তাতো সন্তুষ্ট নহৈ বান্ধনী ঘৰত অকলশৰীয়াকৈ খাইছিল। নিয়মৰ অন্যথা হলে "ফয়দা বাবু"ৱে কামাখ্যাত পৰাচিত কৰায়;

বৰ আপত্তি কৰিলে ব্ৰহ্মপুত্ৰত ডুব দি নমো নমো কৰায়। সেই পাৰিপাৰ্শ্বিক আবৰণত গিৰ্ধাৰীৰ ভুল হোৱা স্বাভাৱিক। ছুয়োৰো ভুল ভঙাৰ পাচত আমি বন্ধু হলোঁ।

এতিয়া মই ভাবি পাইছো প্ৰথম আকৰ্ষণৰ বস্তু গিৰ্ধাৰীৰ মোচ কোচা। "ফাৰ্ষ্ট ক্লাছ" মোচ। ছেফ্‌টি ৰেজৰৰ দিনত আজি-কালি আমি প্ৰায়েই গাইমুৰা। যাৰ বা একোছা মোছ আছে, তাও দিয়ে কোনোমতে ছুই আঙুলিৰে। গিৰ্ধাৰীয়ে তাও দিয়ে খামোচ মাৰি। কিছুদিনৰ পাচত সেই কোচা মোচৰ ওচৰ চাপিব পাৰিছিল আমাৰ কেমিষ্ট্ৰিৰ প্ৰফেছাৰ ডাঃ ঠম্‌ছন চাহাবৰ মোচে। বেছি দিন সেই ঠায়ো উপভোগ কৰিব নোৱাৰিলে। গিৰ্ধাৰীৰ মোচৰ চেচুকত পৰি মৰহিবলৈ ধৰিলে, শেষত খুৱাই পেলালে। মোৰ তেতিয়াই সঙ্কল্প হল, যদি মোচৰ নিমিত্তে তপস্যা কৰিব লগা হয়, এনে একোচা মোচৰ নিমিত্তে কৰিম। তেতিয়া মোৰ ডাড়ি গজা নাই।

সেই কোচা মোচেৰে গিৰধাৰী দেখাত থুলন্তৰ পুৰুষ। দাঁত ছুপাৰীয়ে "মুকুতাৰ পংক্তিক" হাঁহি মাৰি উৰুৱাই দিয়ে। গাৰ বৰণ অলপ দেৱা। বুকুখন বহল, ঘনকৈ গজা নোমৰ অৰণ্যৰে ঢকা। ককালটি চিঞা। হাত ভৰি স্থঠাম আৰু বলী। মূৰৰ চুলি খুৰুৱা, কিন্তু মাজতে একোছা টিকনি। গাত মোটা থান কাপোৰৰ চুৰিয়াখন আঠুমূৰীয়া, দুপিনে দুটা মেতেলি, ওফন্দি থকা। গাত আৰু এখন কাপোৰ থাকে সময় মতে তিনি ৰকমে ব্যৱহাৰ হয়—আৰাম অৱস্থাত চেলে-



ঙৰ নিচিনাকৈ কান্ধত পেলাই থয়, গা ঘেলাওতে মূৰত পাগুৰি-ওপৰৰ ফাকেদি টিকনি ওলাই থাকে,—আৰু যেতিয়া নিজৰ কৰ্ত্তব্যত ব্যস্ত থাকে, তেতিয়া বিলনীয়াই গামোচা বন্ধাদি মুখত বান্ধি লয়। গিৰ্ধাৰীৰ আৰু এটা সৌন্দৰ্য্যৰ সামগ্ৰীৰ ওপৰত মোৰ বৰ ঈৰ্ষা আৰু লোভ হৈছিল;—তাৰ হাতৰ নখ কেটা। চক্‌চকীয়া পৰিস্কাৰ, প্ৰত্যেক আঙুলিতে নখচন্দ্ৰ, নখৰ এটা সুতো নবলে। মই নিজে পৰীক্ষা কৰি চাইছিলো, কাৰণ আমাৰ চাহৰ বাতি ধোৱায়ে নহয়, কেতিয়াবা চাহ কৰাত সহায় কৰে। "বাবু হটাটাৰ আলিয়া;"—"বানাও"।

আমাৰ সেই সময়ৰ বাক্যবাণৰ ভিতৰত এটা সম্ভাষণৰ প্ৰথা প্ৰচলিত আছিল—"ডাঙৰীয়া, কেনে চলিছে" "এ নকৰ একেবাৰে সাধা ধপাত।" অৰ্থাৎ জীৱন তিক্ত, পৃথিবী অন্ধকাৰময়, পৰীক্ষাবোৰ বাটত পনিয়লৰ কাঁইট; "ফৰকৃদাচ"ৰ "Belinda smiled and the world was gay" একেবাৰে মিছা কথা। গিৰধাৰীৰ মনত কিন্তু জীৱন সুখময়, পৃথিবী "খপ-চুৰত" সাধা ধপাত—বিশেষকৈ উপভোগৰ বস্তু। আগতে উল্লেখ কৰি আহিছোঁ, গিৰধাৰীৰ চুৰিয়াৰ মেতেলি দুটা ওফোণ্ডা কাৰণ, মেতেলিত এপিনে চূণৰ টেমা আৰু ইপিনে সাধা ধপাতৰ টেমা। টেমা দুটা ঘূৰণীয়া, টিনৰ, চেপেটা, সাফৰৰ ওচৰত আৰ্চি লগোৱা। কঠোৰ কৰ্ত্তব্যৰ ভিতৰত যেতিয়া অলপ আহৰি পায়, এঠাইত নিৰলে বহি মূৰৰ পাগুৰিটো খহাই কান্ধত পেলাই মেতেলিৰ পৰা টেমা দুটা উলিয়াই পোনতে

সাফৰৰ দাপোণত মুখখন চাই লয়; গোঁফ ঠিক আছে—খামোচ মাৰি তাও দি আৰু ঠিক কৰি লয়, দাঁত চাফা আছে, এই দুই সৌন্দৰ্য্যৰ সামগ্ৰী তাৰ ইচ্ছানুৰূপ পাই. টেমা দুটা খুলি এটাৰ পৰা চূণ, আনটোৰ পৰা ধপাত উলিয়াই হাতৰ তলুৱাত মলিবলৈ ধৰে আৰু মনৰ আনন্দত গুণ গুণকৈ গান ধৰে। চুখা মলাৰ গতিৰ লগে লগে গুণগুণনিৰ আওয়াজ বাঢ়ি যায়; যেতিয়া চুখা মলা শেষ হয় তেতিয়া দুটা চাপৰ মৰাৰ লগে লগে গুণগুণনি ব্যক্ত হয়—সুৰলা সুৰত "ৰামা হো ৰামা"। এতিয়া চুখা তৈয়াৰ, আঙুলিৰে চিকুণকৈ মুখৰ ভিতৰত ভৰাই নিচান কৰি এচিৰিকা পিক পেলাই টেমা দুটাৰ সাফৰ মাৰে; টেমা মেতেলিত সুমুৱাৰ আগেয়ে আকৌ মুখখন দাপোণত চাই লয়, ফেৰ মোচ কোচাত তাও দি আগ দুটা গোনা মহৰ শিঙৰ নিচিনাকৈ ঠিং খুৱাই লয়। তেতিয়া কান্ধৰ পৰা চেলেং খন আনি মূৰত পাগ মাৰি, বাঢ়নিডাল কাষলতিত ভৰাই থিয় দি বীৰদৰ্পে গোটেই পৃথিৱীৰ আবৰ্জ্জনা গুচাবলৈ সাজু হয়,—কাৰণ "দুনিয়া খপচুৰত, দুনিয়া মজাদাৰ,—ৰামা হো ৰামা," আপোনাৰ সেই সাধা ধপাত নহয়।

গিৰ্ধাৰীৰ বাসস্থান প্ৰিন্সিপেলৰ হাউলীৰ পজা এটাত। সেই সময়ত প্ৰিন্সিপেল আজি কালি ভাইচ্ চেঞ্চেলাৰ থকা ৰঙলাত আছিল। গিৰ্ধাৰী সস্ত্ৰীক—দুই এটা অবস্ত্ৰ লৰা-ছোৱালীও দেখা যায়। সেই সময়ত হাউলীৰ পূব-দক্ষিণ কোনত এজোপা বিশাল তেতেলি গছ আছিল। বতৰ ভাল হলে



তেতেলিৰ তলত গোটেই পৰিয়ালটোৱে আজৰি সময়ত বিশ্ৰম্ভালাপ কৰে। পঁজাত ড্ৰয়িং ৰুম নাই। গিৰধাৰীপত্নীয়ে বিৰাট শৰীৰ লৈ তেতেলিৰ উঠঙা শিপাত আউজি বহি খৰহাতেৰে পাচি বৈ থাকে, দুফালৰ পৰা লৰা-ছোৱালীয়ে গাত আজুৰি খাদ্য অন্বেষণত ব্যস্ত, গিৰধাৰী-পত্নীৰ তাত দুচ নাই; কাৰণ তেৰোঁ ব্যস্ত,—হাত পাচিৰ কাম কৰোতে আৰু মুখ বাক্যবাণ প্ৰয়োগ কৰোতে। অলপ দূৰতে গিৰধাৰী ব্যস্ত, বাঁহ চাচি কাঠি কৰি যোগালি কৰোঁতে। বোধকৰোঁ গিৰধাৰীয়ে কাণত তুলাৰ সোপা দি লয়, কাৰণ বাক্যবাণ সত্ত্বেও গিৰধাৰী নিৰ্বিকাৰ, মন অলপ সাধা ধপাত মাত্ৰ। কিন্তু সুবিধা পালেই পুলুকা মাৰে। এবাৰ হোষ্টেলৰ ভিতৰত সোমাব পাৰিলেই আকৌ দুনিয়া মজাদাৰ। মোচত তাও দি, 'ৰামা হো ৰামা'। হোষ্টেল কম্পাউণ্ডত পত্নীৰ প্ৰবেশ নিষেধ।

গিৰধাৰী কৰ্ম্মী পুৰুষ, দোকমোকালিতে উঠি, মুখত কাপোৰ বান্ধি, কৰ্ত্তব্যৰ প্ৰধান অংশ শেষ কৰি, 'বাবুলোগ' উঠালে গা-পা ধুই পৰিষ্কাৰ; হাত-পাত ধুবলৈ বন্ধু 'বাবুলোগৰ' পৰা চাবোন ধাৰ কৰি ব্যৱহাৰ কৰে। গিৰধাৰীয়ে যদি টানে-আপদে চাহো কৰি দিব লগা হয়, তেনেহলে আপোনাৰ চাবোন ডোখৰ হাত ধুবলৈ দিবলৈ আপত্তি থাকিব নোৱাৰে। পাক এটা মাৰি, ঘৰত ভাত খাই আহি, আকৌ হোষ্টেলত হৰেক ৰকম কামত গোটেই পুৱাটো ব্যস্ত। আবেলি ডোখৰ যদিও হোষ্টেলৰ পৰা ছুটী, ঘৰত পত্নীয়ে কামত লগাবলৈ খাপ লৈ

থাকে। কাম পকা চল কৰি যিমান দূৰ নিৰাপদে পাৰে, পলম কৰি ঘৰলৈ যায়। আকৌ সন্ধিয়াৰ আগে আগে মুখত কাপোৰ বান্ধি দিনটোৰ শেষ কৰ্ত্তব্য কৰি আকৌ গা ধোৱে! তাৰ পিচত ভাত খাই মূৰত পাগুৰিটো মাৰি যেতিয়া জামাদাৰ সকলৰ ক্লাব—ভাতিখানালৈ খোজ লয়, তেতিয়া গিৰধাৰী অৱকাশযুক্ত 'ভদ্ৰলোক'। ক্লাবৰ পৰা আহি মনে মনে শুই থাকে।

গিৰধাৰীৰ এই দৈনন্দিন কৰ্ম্ম পদ্ধতিৰ সময়ে সময়ে লৰচৰ ঘটে। ক্লাবত মাত্ৰা বাঢ়িলে, হোষ্টেলৰ আগৰ পাচআলিত উভতি আহি জনসাধাৰণক বুজাই দিয়ে,—চুডমাছ'ন চাহাব আমিৰ আদমি, কলেজৰ 'বাবুলোগ' তাৰ অন্তৰঙ্গ বন্ধু। চুডমাছ ন চাহাব আমাৰ প্ৰিন্সিপেল আৰু গিৰধাৰীৰ পৰম বান্ধ—সময়ে সময়ে 'দুগো-অনা' পইচা পাই থাকে। ৰাতিৰ নিজস্থালত হোষ্টেলৰ পথাৰত যেতিয়া 'বাবুলোগে' গাধাদৌড় খেল কৰে, তেতিয়া গিৰধাৰীয়ে চহীচৰ কাম কৰে আৰু দৌৰলৈ সাজু হোৱা গাধাৰ গুণাগুণ ব্যাখ্যা কৰে.—"ক্যা দৌড়েগা, একদম গাদ্ধা'। সেই সময়ত মাঘ ফাগুন মহীয়া হোষ্টেলৰ ছাত্ৰসকলৰ ৰাতি বৰ পিয়াহ লগা অভ্যাস এটা আছিল। সেই পিয়াহ মাৰিবলৈ খেজুৰৰ ৰস বৰ দৰকাৰী বস্তু! গছত উঠিব পৰা ছাত্ৰ দুই এজন মাত্ৰ। যেতিয়া ছাত্ৰসকলৰ পিয়াহ লাগে, এওঁলোকৰ ডিউটি পৰে, খোৱাৰ পিচত টেকেলিবোৰ গোটাই পেলাই দিয়াৰ কাম গিৰধাৰীৰ। বানচ স্বৰূপে ভালৈ



অকলৈ এটেকেলি থৈ দিয়া হয়; 'এথি বা ' তাৰো বেচেৰাৰ বৰ পিয়াহ! এইবোৰ কামৰ নিমিত্তে গিৰধাৰীক আগজাননী দি হুচিয়াৰ কৰি ৰখা হয়।

গিৰধাৰীৰ আৰ্থিক অৱস্থা সদায় স্বচ্ছল নাথাকে। সন্ধিয়া পঢ়িবলৈ ধৰোতে খিড়িকীৰ বাহিৰৰ পৰা যেতিয়া গিৰধাৰীৰ ফুচফুচীয়া মাত শুনা যায়, 'বাবু হেনে আও', জানিব বন্ধুৰ বিপদ! কিতাপ এৰি বাৰান্দালৈ ওলাল। 'দুগো অনা পইচা বা', কিয় লাগে সোধা অনিয়ম। ধাৰ কৰি হলেও দুঅনা পইচা আনি দিব। ক্লাবত কালিয়নে বস্তু নিদিয়ে।

কটন কলেজ এৰি যাব লগা হল। কলিকতাৰ পৰা অহাযোৱা বাটত গিৰধাৰীৰ লগত দেখা সাক্ষাৎ হয়। কিন্তু কেইবা বছৰো বিদেশত থকাৰ পাচত ঘূৰি আহি খবৰ কৰি জানিব পাৰিলো গিৰধাৰী নাই, ঢুকাল। অনুভৱ কৰিলো হোষ্টেলৰ এটা অঙ্গ হানি হল। কাৰণ গিৰধাৰী অকল হোষ্টেলৰ জামাদাৰেই নাছিল,—তাৰ মোচ, তাৰ দাঁত, তাৰ হাত, কৰ্ত্তব্য জ্ঞান, চুখা, ৰামা হো ৰামা, তাৰ দুগো আনা পইচা, হোষ্টেলৰ ছাত্ৰসকলৰ সৈতে তাৰ সম্বন্ধ আৰু সহযোগিতা—এই আটাইবোৰ লৈ কটন কলেজৰ বুকুতে গিৰধাৰী এটা অনুষ্ঠান আছিল, যিটো অন্য জামাদাৰে পূৰাব কেতিয়াও নোৱাৰে। তাৰ বাঢ়নিয়ে অকল হোষ্টেলকে চাফা নকৰিছিল, মোৰ নিচিনা বহু ছাত্ৰৰ আবৰ্জ্জনাপূৰ্ণ মনো চাফ৷ কৰিছিল!

---

# প্ৰেতাত্মাৰ প্ৰেম

নেপালী বাৰী বুলি এটা অনুষ্ঠান হোৱা বেছি দিন হোৱা নাই। সেই কাৰণে আপোনালোকে বহুতে নাজানিব পাৰে। অসম দেশৰ চাহ-বাগিচাবোৰত ই সম্প্ৰতিকে গজি উঠিছে। বাগিচাৰ দাঁতিত পৰি থকা মাটি এডোখৰত সৰু খেৰৰ পঁজা এটা কৰি তাতে কেইটামান আঠীয়া কল, বিড়ি, জুই-শলাই, দুটামান গোৰ্খালী টুপী পোহাৰ দি এটা নেপালী পৰিয়াল এই বেহা-বেপাৰেৰে জীৱন যাপন কৰাৰ ভুৱা দি ভিতৰি ভিতৰি চাউলৰ পৰা মদ তৈয়াৰ কৰি চোৰাং বেপাৰ কৰা এইটো অনুষ্ঠান। উদ্দেশ্য—বাগিচাত কাম কৰি মজদুৰ সকলে যেতিয়া দৰমহা পায় সেই দৰমহা কেইটকা সিহঁতৰ পৰা মদৰ বদলি হস্তান্তৰ কৰা। অতি তদাৰকৰ ওপৰতো এই ব্যৱসায় নিখুঁতভাৱে চলি থকাৰ কথা আবকাৰী চিপাহী, পুলিচ আৰু বাগিচাৰ কৰ্ত্তাসকলেও জানে।

চিকিম বাগিচাৰ কথা। তিনি বন্ধু বনুৱা—কামু, দিনু, আৰু ৰতন। শুকুৰবাৰৰ দিনা আবেলি এসপ্তাহৰ মজুৰী পোৱাৰ পাছতে নিজৰ ঘৈনীয়েকহঁতৰ পৰা গা ঢকা দি পুলুকা মাৰিলে। বাগিচাৰ দাঁতিৰ হাবিডৰাৰ মাজেদি সুৰসুৰীয়া বাটটোৰ দুমাইলমান দূৰতে নেপালী বাৰী, সেই ঠায়েই যদিও উদ্দেশ্য, তাৰ্লৈ যোৱা এওঁলোকক কোনেও নেদেখিলে। এক



বন্ধু দিনু সেই ৰাতি ৰাৰমান বজাত বহু শাৰীৰিক আৰু মানসিক দুৰ্গতি পাৰ হৈ ঘৰ পায়েই শুই থাকিল। দ্বিতীয় বন্ধু ৰতনক পাছদিনা শনিবাৰে লালকাল অবস্থাত পুৱা দহ-মান বজাত সেই বাগিচাৰ বনুৱা এজনে খৰি লুৰিবলৈ গৈ ওপৰত কৈ অহা হাবিডৰাৰ গছ এজোপাৰ তলত পাই ধৰা মেলা কৰি ঘৰত থ'লেগৈ। তৃতীয় বন্ধু কামুৰ কোনো খবৰ নাই। তাৰ ঘৈনীয়েকে বেজাৰত দেই-পুৰি, আন উপায় নাপাই বাগিচাৰ মেনেজাৰ চাহাব মোৰ বন্ধু বদন বৰুৱাৰ ওচৰত গোচৰ দিলে। তেওঁ দিনু আৰু ৰতনৰ পৰা বহুত কষ্টেৰে জেৰা কৰি এইটো খবৰ পালে, তিনিও নেপালী-বাৰীৰ পৰা সন্ধিয়াৰ পাছতে একেলগে ওলাই ঘৰমুৱা হৈ খোজ দিয়ে; কিন্তু বাটৰ মাজতে কিবা এটা কথা মীমাংসা কৰিবলৈ তিনিও বন্ধু বহিব লগা হয়। দিনুৰ দৃঢ় বিশ্বাস তিনিও বন্ধু কথা-বতৰা পাতি মহাপ্ৰীতিৰে আকৌ ঘৰমুৱা হৈ খোজ লয়। ৰতনৰ কথা কিন্তু একেবাৰেই বেলেগ। কথাৰ একো মীমাংসা নোহোৱাত তিনিও বন্ধুৱে তাৰে তৰ্ক পাতি থাকোঁতে খৰিকটীয়া মানুহটোৱে তাক বলেৰে টানি আনিছে। কামু আৰু ৰতন এতিয়াও তাতে থকা উচিত আছিল। কিন্তু ৰতন কেনেকৈ আগেয়ে আহিল আৰু কামু ক'লৈ গ'ল ভাবিবলৈ অসমৰ্থ। মেনেজাৰ চাহাবে নিজৰ মনতে সকলো কথা বুজি পাইছো বুলি ভাবি চাৰিওফালে কামুক বিচাৰিবলৈ মানুহ পঠিয়াই

দিলে। বিচাৰি একো শুং-সূত্ৰ নোপোৱাত ভয় খাই সাত মাইল দূৰৈত থকা থানাত খবৰ দিলে। পাছদিনা দেওবাৰে থানাৰ দাৰোগা মোহন গোঁহাই তদন্ত কৰিবলৈ বাগিচাত হাজিৰ হ'ল।

মোহন গোঁহাইদেউক মই নিজে চিনি পাওঁ —বিচক্ষণ মানুহ; তেওঁৰ গাত ভালেখিনি গুণ আছে, সৰু-সুৰা ডাক্তৰো। আকৌ ভূতে পোৱা মানুহক জাৰিবও পাৰে। সেই বাগিচাত আগেয়ে ভূতে পোৱা মানুহ এজন তেওঁ জাৰি ভাল কৰিছে। তেওঁৰ প্ৰতাপত বাগিচাৰ চাহ চুৰি আৰু নেপালী বাৰী সেই অঞ্চলত প্ৰায় বন্ধ হ'ব লগা হৈছে। এনে থলত তেওঁ যে মেনেজাৰ চাহাবৰ বন্ধু নক'লেও হ'ব। দাৰোগা চাহাবে দিনু আৰু ৰতনৰে সৈতে কথা-বতৰা হৈ কি বুজিলে, ক'ব নোৱাৰোঁ; দিনু আৰু ৰতন কিন্তু আগতকৈ প্ৰকৃতিস্থ। সিহঁতক লগত লৈ দাৰোগা চাহাবে মেনেজাৰ চাহাবৰ ফচ খনত উঠি তদন্ত কৰিবলৈ গ'ল। মেনেজাৰ চাহাব ড্ৰাইভাৰ। হাবিডৰা ঘূৰি এটা সৰু শুকান জুৰিৰ পাৰৰ ডাঙৰ ছামগছ এজোপাৰ তলত থিয় দি গোহাঁইদেৱে ভালেখিনিপৰ ভাবিলে। তাৰ পাছত মেনেজাৰ চাহাবৰ বঙলাত চাহত যোগ দি ভাগৰ পলালে, চাহ খাওঁতে কিন্তু তেখেত অন্যমনস্ক। তাৰ পাছত ৰায় দিলে যে, কামুক ঈশ্বৰে কৰিলে সোমবাৰে পোৱা যাব। তাৰে ব্যৱস্থা কৰিবলৈ সেইদিনাই হাটৰপৰা আটাইতকৈ ডাঙৰ শালমাছ এটা, মাটিৰ আধাসেৰীয়া চৰু এটা, আৰু আৰৈ-চাউল এপোৱা



কিনি থ'ব। বাৰীৰে আগলি কলাপাত এখিলা যোগাৰ কৰি থ'ব—মেনেজাৰক এই অনুৰোধ কৰি তেওঁ গুছি গ'ল।

সোমবাৰে আবেলি চাহ-বাগিচাত মোহন গোহাঁই মেনেজাৰৰ বঙলাত হাজিৰ হ'লহি। আৰু চাহ খোৱাৰ পাছত কামুৰ পৰিবাৰক লৈ আৰু আগেয়ে কিনি থোৱা সামগ্ৰীবোৰ লৈ মেনেজাৰে সৈতে আবেলি সেই শুকান জুৰিৰ ছামগছ জোপাৰ ওচৰ পালেগৈ আৰু কামুৰ ঘৈণীয়েকৰ কপালত গোবৰৰ ফোঁট এটা দি মাছটো গোটেগোটে পুৰিবলৈ আৰু চাউলখিনি চৰুত সিজাবলৈ ক'লে। সিজোৱা হোৱাত পোৱা মাছ আৰু ভাতকেইটা কলাপাতেৰে টোপোলা বান্ধি গছ জোপৰ গুৰিত থৈ সকলো গুছি আহিল। পাছদিনা মঙ্গলবাৰে দাৰোগা চাহাব আৰু মেনেজাৰ চাহাব ফৰ্ড গাড়ী লৈ গছৰ তল পালেগৈ। কামুৰ জীৰ্ণ শৰীৰ অজ্ঞান আৰু বেপৰ্দ্দা অৱস্থাত পৰি থকা পাই তেওঁলোকে গাড়ীত তুলি বাগিচাৰ হস্পিটালত গতাই দিলেগৈ। ডাক্তৰ আৰু দাৰোগাৰ অশেষ চেষ্টাত কামুৱে বুধবাৰে জ্ঞান লাভ লাভ কৰে। কিন্তু এই কেইদিন হ'ল কি তাৰ কাৰণে কথা ক'বলৈ একেবাৰে নাৰাজ আৰু ঘৈণীয়েকক চিনি পাবলৈ অকল নাৰাজেই নহয় ভয়ো। আৰু দুদিন হস্পিটালত পথ্য খাই গাত বল পাবলৈ দি শনিবাৰে পুৱা দহ বজাত সেই বাগিচাৰ প্ৰথা অনুসৰি তাৰ বিচাৰ হয়।

চিকিম বাগিচাৰ নিয়ম—বাগিচাৰ সকলো সমস্যা মেনেজাৰৰ আগত থকা বননি পথাৰত সভা পাতি বদন বৰুৱাই বিচাৰ

কৰি মীমাংসা কৰা। পিছে কামুৰ বিচাৰৰ সভাৰ অলপ বেলেগ বিশিষ্টতা আছে। বদন বৰুৱা সভাপতিৰ আসনত, মোহন গোঁহাই ফৰিয়াদী উকীলৰ আসনত, সভাপতিৰ সোঁ হাতে। কামু—ফৰিয়াদী সভাপতিৰ বাওঁ হাতে। মোহন গোঁহাইৰ মুখামুখি, দূৰৈত সভাপতিৰ মুখে মুখে ৰতন, দিনু আৰু কামুৰ পৰিবাৰ—মোহন গোঁহাইৰ পাছ পিনে। সাক্ষী-সকল আৰু দৰ্শক ;—কামুৰ পাছ ফালে ভালেখিনি ঠাই নিলগত কামুৰ আলেখ-লেখ চাই বাগিচাৰ ডাক্তৰ। মতলব —যদি দৰ্কাৰ হয় সহায় কৰিব, অথচ অজ্ঞাত থাকিব। বিচাৰ-সভাৰ বিশিষ্টতা কিছুমান সামগ্ৰী, তিনিচুকীয়া এখন টিনত একুৰা কাঠৰ জুই, এচৰু নিকা পানী, এটা ধূপদানীত পকা অঙঠা এটা, সৰু কোবোকাত কিছুমান ধূনা-গুৰি—এই সকলোবোৰ দাৰোগা চাহাবৰ নিৰ্দ্দেশ মতে সভাপতিৰ আগৰ মুকলি বননিত থোৱা হৈছে। আৰু এটা বিশিষ্টতা—কামুৰ বাওঁফালে একেবাৰে গাতে গা লগাই কামুৰ পাগুৰি কাপোৰ-খন আসনভাৱে কামুৱে পাতি থৈছে—দেখাত আসন খালি, কিন্তু সময়ে সময়ে কামুৱে কেৰাহি-কেৰাহিকৈ মনযোগেৰে চাই থকা দেখা যায়। শুদা আসনৰ কাৰণ সুধিলে কামু নিমাতে ৰয়। বিচাৰ আৰম্ভ হ'ল। গোঁহাইদেৱে কৰা কামুৰ জেৰাৰে সৈতে—সকলো প্ৰশ্নৰ উত্তৰৰ পৰা, কামুৰ পক্ষৰ পৰা এয়ে প্ৰকাশ পালে যে তিনিও বন্ধু নেপালী বাৰীলৈ যোৱা সঁচা ; মদ খোৱাও সঁচা, সন্ধিয়াৰ পাছত তিনিও নেপালী



বাৰীৰপৰা উভতি আহে ; বাটত নানান তৰ্ক-বিতৰ্ক হয়, কিন্তু কিহৰ তৰ্ক কোনে আৰম্ভ কৰে সি ক'ব নোৱাৰে। হাবিডৰা সোমাওঁতেই দুজনী গাভৰুৱে সিহঁতৰ লগ ধৰি লগে লগে আহি থাকে। এসময়ত দিনু আৰু ৰতন কথা পাতি দুখোজ-মান আগ আৰু কামুৱে গাভৰু দুজনীৰ লগত, দুখোজমান পাছ। আৰু এইখিনিতেই কামুৰ নিশা পাৰ হ'ল আৰু বন্ধুৰ লগত কথাও বন্ধ হ'ল। কিন্তু নিশা পাৰ হোৱাৰ লগে লগে তাৰ গাটো ভাল লাগিবলৈ ধৰে। যেতিয়া তিনি বন্ধু বাটত জুৰাবলৈ বহে তেতিয়া দিনু আৰু ৰতনে কথা পাতিয়েই আছে। কামুৱে কিন্তু নিমাত হৈ দুইজনী গাভৰুৰ মাজত বহি সঙ্গ-সুখ উপভোগ কৰিছিল। যেতিয়া দিনু "বেলা হ'ল ৰে, এখন চল, ঘৰ যাবে" বুলি খোজ ল'লে, তেতিয়া ৰতন উঠিবলৈ অক্ষম ; কাৰণ সি অচেতন। দিনু কথা কৈ কৈ দহ নলমান যোৱাৰ পাছতে ছোৱালী বন্ধু দুজনীয়ে কামুৰ হাতত ধৰি তুলি লৈ হাবিৰ ফালে খোজ লয়। কামুৱে নিজৰ ইচ্ছাতে মত প্ৰকাশ কৰে যে এইখিনিতে তাৰ গাটো একে বাৰেই চেঁচা হৈ পৰিছিল। পোনতে এজোপা ডাঙৰ গছৰ তলত বহে। তাত কিছু সময় বহি ওচৰত থকা শুকান জুৰিৰ পাৰত বহে। তাতে সি কাপোৰকানি খুলি বিবস্ত্ৰ হয়। এইদৰে এবাৰ গছ-তলৰ শুকান জুৰিৰ পাৰত বহি থাকোঁতে তাৰ টোপনি আহে। তাৰ পাছত হাস্পটালত তাৰ মাত্ৰ এবাৰ টোপনি আহে, বাকী

সময় সাৰে আছিল। এই সময়ৰ ভিতৰত তাৰ ভোগ লগা নাই। কেইদিন হাবিত আছিল ক'ব নোৱাৰে, তাৰ অনুমান এৰাতি মাত্ৰ।

প্ৰশ্ন হ'ল—"তোৰ মাইকীটোৰ কথা তেতিয়া মনত পৰিছিলনে ?"

"মোৰ মাইকীটো মোৰ লগতে আছে।" এই বুলি কেৰাহিকৈ পাতি থোৱা আসনলৈ চালে।

"তোৰ নিজা মাইকীটো ঘৰমে থিলে ৰে ?"

"না ছাথেই আছে।" আকৌ বাওঁফালে চালে।

তাৰ ঘৈণীয়েকলৈ আঙুলিয়াই "সেইটো তোৰ মাইকী" বুলি কোৱাত কামুৱে সেই পিনেদি নোচোৱাকৈয়ে "না" বুলি কয়।

এইখিনিতেই বিচাৰ সভাৰ কাৰ্য্য অতি দ্ৰুত আৰু জটিল হৈ পৰিল। যেই "না" বুলি কোৱা শুনিলে কামুৰ ঘৈণীয়েক থকা ঠাইতে থৰ লাগিল। নামটো তাইৰ ৰতনী। তাই উঠি আহি একে চোঁচাই কামুৰ হাতত ধৰি আজোৰ এটা মাৰিলে। ঠিক সেই সময়তে এটা অদৃশ্য হাতৰ এপাত চৰ ৰতনীৰ গালত ঠাঁচ কৰে পৰা শব্দ হ'ল। পাছ মুহূৰ্ত্ততে ৰতনী বিৱস্ত্ৰা হৈ লুটি খাই অজ্ঞান হ'ল। সেই মুহূৰ্ত্ততে কামু বহি থকা জুইত মুখ দি অজ্ঞান হ'ল। কামুৰ ওচৰত পাতি থোৱা কামুৰ পাগুৰিৰ আখনখন দীঘল হৈ মাটিত লেটি খাই পৰিল। কামু জুইত মুখ দি পৰা মাত্ৰকে গোঁহাইদেৱে কোবো-



কাত থকা ধুনাখিনি জলা জুইত ঢালি দিলে। বাগিচাৰ ডাক্তৰে একে জাপেই আহি কামুক মুখাগ্নিৰপৰা ৰক্ষা কৰি টানি নিলে।

ইয়াৰ পাছত হোৱা কাৰ্য্য ক্ৰমে অলপ ধীৰ হয়। গোঁহাইদেৱে মলাত থকা পানীখিনি কামুৰ মুখত ঢালি দিয়ে আৰু জেপৰ-পৰা উলিয়াই এটা তাবিজ কামুৰ বাওঁ হাতত আৰু এটা তাবিজ ৰতনীৰ সোঁ হাতত বান্ধি দুইকো ডাক্তৰৰ জিম্মাত হস্পিটাললৈ পঠিয়াই দিলে। গোঁহাইদেৱে যেনেদৰে আশা কৰিছিল বিচাৰ সভাৰ কাৰ্য্য সেইদৰে নহৈ ভালেমান ঠাইত বিকৃত হ'ল। কিন্তু কাৰ্য্যধাৰা কেনে হোৱা উচিত আছিল, গোঁহাইদেৱে সেইটোহে ব্যাখ্যা নকৰিলে। বদন বৰুৱাক ডাক্তৰে বিচাৰ সভা ভগাৰ পাছত "ষ্টিমুলেণ্ট মিক্সাৰ" দিব লগা হৈছিল।

কামু আৰু ৰতনী একে লগে ওলাই দুদিনৰ পাছত ঘৰলৈ যায়। কামু আৰু ৰতনীৰ গালত কেইবাদিনলৈকো আঙুলিৰ চাব বহি আছিল।

———

# পোকে খোৱা দাঁত

পটখন পূৰাবলৈ ভালেমান কথা কব লগা হ'ল। কাণ্ডটো হৈছিল মেচপটেমিয়াত, য'ত বেবিলনৰ আঁৰি খোৱা বাগিচা আছিল আৰু নেবুকেদ্‌নেজাৰে ৰাজত্ব কৰিছিল। ইয়াতে বিখ্যাত হাৰুণ-অল ৰছিদৰ বোগদাদ চহৰো আছে। এতিয়া এই দেশখনক ইৰাক্ বোলে। মই যি সময়ৰ কথা কব খুজিছোঁ তেতিয়া মেচপ'টেমিয়া তুৰ্কীৰ চুলতানৰ তলৰ ৰাজ্য আছিল। প্ৰথম মহাসমৰত তুৰ্কী হৰাত দেশখন কিছুদিন ইংৰাজৰ তললৈ আহে। সেই মহাসমৰত বৃটিছ বল-বীৰ্য্য পৃথিবীত অপ্ৰতিদ্বন্দ্বী প্ৰমাণ হয়। ১৯১৯ চনত মেচপটেমিয়া সেই বৃটিছৰ পৰাক্ৰমী সৈন্যবাহিনীৰ দখলত আছিল। মেচপটেমিয়া বৰ গৰম দেশ, তাতে "চেন্দ-ফ্লাই" বুলি এবিধ পোকৰ কামোৰত জীৱন অতিষ্ঠ। অকল "চেন্দ-ফ্লায়েই" নহয়, ঘৰুৱা মাখিবিলাকে ডাঁহৰ নিচিনাকৈ কামোৰে,—সেইখন মাখি প্ৰধান দেশ। এইবোৰ আহুকালৰ ভিতৰতে বৃটিছ সামৰিক আমোলাসকলে তাতে দেৱ-স্থান পাতি স্বৰ্গসুখ কৰিছিল। বিলাতৰ পৰা থিয়েটাৰ পাৰ্টি আহি থিয়েটাৰ দেখুৱায়, গানৰ পাৰ্টি আহে, চিনেমা আহে, নাচ হয়—'পল্টন'ৰ 'বেণ্ড' বজাই ভাত খোৱা হয়, ফুটবল, হকী, প্ল' খেলা হয়। সাতোঁ-



বাৰ কি সু-বন্দবস্ত। সুন্দৰ হাস্পতাল, ক্লাব, সস্তীয়া দামতে পৃথিবীৰ যাৱতীয় সুৰা। ইন্দ্ৰৰ স্বৰ্গত বতৰটো ভাল বুলি শুনিছোঁ, কিন্তু আন পিনে বৃটিছ আমোলাই পতা স্বৰ্গস্থান তাতকৈ কোনোমতে কম হব নোৱাৰে। লগতে ভাৰতীয় ক'লা বিষয়াসকলে এই স্বৰ্গ উপভোগ কৰিবলৈ পাই ভাবিছিলো, আমিও সিহঁতৰে এটা। বেচেৰা আৰবসকলে তেনে অৱস্থা মানি লবলৈ বাধ্য হৈছিল। সকলো ভালেই চলিছিল,—লচ্‌মন্ চাহাবৰ কাণ্ডলৈকে। তাৰ পাচত সকলো উখলমাখল হ'ল।

লচ্‌মন্ চাহাব মানে কৰ্ণেল লিচ্‌মেন্ (Col. Leishman), "তুলেইন" ফৈদৰ অখণ্ড প্ৰতাপী 'হাকিমচিয়াচি'—পলিটিকেল অফিচাৰ। বয়স ৪২ মান হব। বিশ জনমান আৰব অনুচৰে তেখেতে প্ৰায় ঘোঁৰাৰ ওপৰতে কাল কটায়, সেই কাৰণে ক'ত থাকে মানুহে গম নেপায়। তেখেতৰ আৰ্হি আছিল কৰ্ণেল লৰেঞ্চ (Lawrence of Arabia), খোজত সকলো পিনেই উঠিছিল—ধৈৰ্য্য আৰু সংযমৰ বাহিৰে। মই মানুহজনক মাত্ৰ দুবাৰ লগ পাইছিলোঁ,—এবাৰ মৰাৰ আগেয়ে। পুৱাতে উঠি ভৰি হাত ধোৱা বাকচৰ ওপৰত বহি দিনৰ প্ৰথম চুৰুটটো হুপিছোঁ মাত্ৰ; এনেতে চিঞৰ এটা শুনিলো "ডাক্তৰ ক'ত আছে?" (Doctor, where the hell are you?) মাতটো অচিনাকি, তেওঁ অভ্যাস অনুযায়ী সাদৰ জনাই ভিতৰলৈ নিমন্ত্ৰণ আগবঢ়ালোঁ। (Good morning, whoever the hell you are, come right

in)। সোমাই অহা মানুহজন দীঘল, কেৰকেৰীয়া, পাতল, আৰব পোছাক পিন্ধা চাহাব এটা। বিনা আড়ম্বৰে কৈ গ'ল—"মই কৰ্ণেল লিচ্‌মেন, "তুলেইন"ৰ পলিটিকেল অফিচাৰ, তোমাক মোৰ দৰ্কাৰ, কাম বৰ নাই, মোৰ লগত ফুৰিব লাগিব। তুমি ভাবি চোৱা, মই ক'লাৰিজক্‌ কওঁগৈ" বুলি ওলাই গল।

মোৰ কোনো উত্তৰ দিবৰ দৰ্কাৰেই নহ'ল। তেওঁৰ পলিটিকেল ডিপাৰ্টমেণ্টৰ নিমিত্তে বিষয়া থপিয়াই ফুৰাৰ অভ্যাস আছে, সেই কাৰণে সামৰিক বৰমূৰীয়া সকলৰ সৈতে আখেজ। পাচতহে শুনিছোঁ আমাৰ বৰ চাহাব, কৰ্ণেল "কলাৰিজ"ৰ (Col. Coleridge) সৈতে মোৰ কথা লৈ দন্দ কৰি অনুচৰ সহ তেতিয়াই গুচি গ'ল। আমাৰ বৰ চাহাব "কলাৰিজ" "এন্সিয়েণ্ট্‌ মেৰিনাৰ"ৰ (Ancient Mariner) নুমলীয়া ভতিজাক। ভাষা নামজ্বলা বৰ দেউতাকৰ নিচিনা নহলেও প্ৰখৰ আৰু মৰ্ম্মস্পৰ্শী। কি ঘটিছিল অনুমান কৰা কঠিন নহলেও দৰ্কাৰ নহল, কাৰণ অলপ পাচতে তেখেতক উতলি থকা অৱস্থাত লগ পালোঁ—'Who the.................. he thinks he is, trying to pinch one of my officers for his......................................circus party." শেষবাৰ লগ পাইছিলো মৃত্যুৰ পাচত।

"তুলেইন" ফৈদটো আৰব সমাজৰ ভিতৰত এটা ডাঙৰ আৰু প্ৰতাপশালী অংশ। ফৈদৰ হৰ্ত্তা কৰ্ত্তা বিধাতা চেখ্‌ চুলেমান্‌ উগ্ৰ প্ৰকৃতিৰ হাকিমচিয়াচি লচ্‌মন্‌ চাহাবৰ লগত



পৰি অলপ উত্তপ্ত। এই "তুলেইন" ফৈদৰ এটা সৰু গোষ্ঠীৰ কৰ্ত্তা আছিল চেখ্‌দাৰী। চেখ্‌দাৰী নামজ্বলা পুৰুষ, বয়স সেই সময়ত ৮১ বছৰ, এটা চকু কণা, মানুহজন শুকান আৰু ৮১ বছৰৰ ব'দ বতাহৰ গুণত মাগুৰ বৰণীয়া। সেই বয়সতো তেখেতৰ প্ৰিয় ঘোঁৰাজনীৰ ওপৰত উঠি বায়ুৰ বেগ। বহু পৰিবাৰৰ লৰা বহুতো হৈছিল। কিন্তু সমাজৰ প্ৰথা অনুসৰি প্ৰাপ্ত বয়স্ক হলে যুজত প্ৰাণ দিব লগা হয়,—চেখ্‌দাৰীৰ শাসন কঠোৰ। সেই সময়ত প্ৰাপ্ত বয়স্ক লৰা মাত্ৰ এটা বৰ্ত্তমান। আৰদুৰ ৰেহমান, গুৰনি ডেকা, বয়স ১৯/২০ বাপেকৰ একেটা চকুৰ মণি আৰু সোঁহাত। মই পৰিয়ালৰ আতিথ্য গ্ৰহণ কৰিছিলোঁ, সেইবাবে দুয়োকো জানো আৰু সন্মান কৰো।

'তুলেইন' সকল "নোমাদ্" (Nomad) অৰ্থাৎ, থিতাপি ঘৰ নাই, তম্বু আৰু সম্পদৰ আহিলা লৈ 'তুলেইন' ৰাজ্যৰ চাৰি সীমাত ঘূৰি ফুৰে। এই "তুলেইন" ফৈদক হাকিমচিয়াচি "লচ্‌মন্" চাহাবে তেওঁৰ সভ্যতাৰ আহিৰে নিয়মাধীন কৰিবলৈ বিফল চেষ্টাৰ ফলত যি কাণ্ড হল তাৰ ফল বহুব্যাপী হল।

কিবা এটা জগৰৰ বাবে হাকিমচিয়াচিৰ হুকুম হ'ল প্ৰবীণ মান্যবন্ত চেখ্‌দাৰী ৰামাদিত হাজিৰ হৈ হাকিমচিয়াচিক কৈফিয়ৎ দিব লাগে। ৰামাদি ইউফ্ৰেটিছ নদীৰ পাৰৰ এখন বেপাৰৰ চহৰ আৰু হাকিমচিয়াচিৰ এখন কাৰ্য্যালয়। চেখ্‌দাৰী নগল। নোযোৱাত হাকিমচিয়াচি নিজেই এশ' অস্ত্ৰধাৰী

অনুচৰ লৈ ৪০ মাইল দূৰত থকা চেখ্‌দাৰীৰ কেম্পত হাজিৰ হলগৈ। চেখদাৰীয়ে পুতেকৰ সৈতে সাদৰেৰে অভ্যৰ্থনা কৰিলে। কিন্তু হাকিমচিয়াচি চেখ্‌দাবীৰ জগৰৰ বিচাৰ কৰিবলৈ আহিছে, আতিথ্যলৈ আওকাণ কৰি জবাব সুধিলে। আতিথ্য আওকাণ কৰা আৰব সমাজৰ মৰ্ম্মান্তিক অপমান। জবাব আশানুৰূপ নোহোৱাত হাকিমচিয়াচিয়ে অনুচৰবৰ্গক ৮১ বছৰীয়া প্ৰবীণ মান্যৱন্ত "দুলেইন"ৰ পালি হলেও চেখ্‌এগৰাকীক তেখেতৰ নিজৰ কেম্পতে প্ৰাপ্ত বয়স্ক লৰাৰ আগত "কয়েদ" কৰিবলৈ হুকুম দিলে। মহামূৰ্খৰ কাম! কৰ্ণেল লিচমেনে জানিব লাগিছিল বাপেকৰ চকুৰ মণি, সোঁহাত ৰেহমানে বাপেকৰ আৰু নিজৰ চেখৰ অলপ অপমান খণ্ডাবলৈকে প্ৰাণ দিব। ইয়াত ভ্ৰমৰো একো বাট নাই, কাৰণ চেখ্‌দাবীৰ প্ৰত্যেক প্ৰাপ্ত বয়স্ক লৰাই গোষ্ঠী আৰু পৰিয়ালৰ নিমিত্তে প্ৰাণ দিয়াৰ কথা লচ্‌মন চাহাবে জানে। এতিয়াও সেয়ে হ'ল। যেই অনুচৰসকল বুঢ়া বাপেকক 'কয়েদ' কৰিবলৈ আগবাঢ়িলে, আব্দুল ৰেহমানে কঁকালৰ পৰা তৰোৱাল উলিয়াই লচমন্‌ চাহাবক হালাল কৰিলে আৰু 'ৰিভলভাৰেৰে' অনুচৰ সকলক গুলিয়াবলৈ আৰম্ভ কৰিলে। গুলিৰ শব্দ শুনি পৰিয়ালৰ জোৱানসকলে অনুচৰসকলৰ ওপৰত উবুৰি খাই পৰিল। কিছুমান মৰিল, বাকীবোৰ পলাল। ওচৰৰ ফৌজ আনি যেতিয়া খবৰ পাই অনুসন্ধান কৰিবলৈ যাওঁ তেতিয়া চেখ্‌দাবীৰ কেম্প খালি। সুন্দৰকৈ সজোৱা তম্বু এটাৰ ভিতৰত তিনিজন



অনুচৰৰ মৃতদেহ আৰু লচমন্‌ চাহাবৰ স্কন্ধচ্ছেদ দেহ পাই লৈ অহা হল; সেই দিনাই লচ্‌মন্‌ চাহাবৰ সৈতে মোৰ দ্বিতীয় আৰু শেষ সাক্ষাৎ।

এই ঘটনাৰ পৰা কেইবাটাও গুৰুতৰ আৰু পৃথিবীব্যাপী পৰিবৰ্ত্তনৰ সূত্ৰপাত হয়। চেখ্‌দাবীৰ অপমান আৰু তাতে জড়িত লচমন্‌ চাহাবৰ হত্যাই সমগ্ৰ আৰব জাতিৰ ভিতৰত যি বিদ্ৰোহৰ জুই জ্বলালে তাৰে পৰাই ইৰাক দেশৰ স্বাধীনতাৰ সূত্ৰপাত হয়। এই বিদ্ৰোহৰ পাচৰ পৰাই বৃটিছ সাম্ৰাজ্যত ঘূণে ধৰে আৰু যি ঘৰ শুৱনী কৰিবলৈ মই এই দীঘলীয়া পছুলি বান্ধিছো সেই ঘৰবো সূত্ৰপাত হয় ইয়াতে। লচ্‌মন্‌ চাহাবক হত্যা নকৰা হলে মই দাঁতৰ কথা উলিয়াবই নেলাগে।

এই বিদ্ৰোহৰ কাৰণে আমাৰ সুখৰ কেম্প্‌ জীৱন থান্‌-বান্‌ হয়। সময় নাই অসময় নাই খোজ কাঢ়িব লগা হ'ল। আৰু তাৰ লগতে আমাৰ কেম্পত নিয়োজিত বিলাতী দাঁতৰ ডাক্তৰ (Dentist) এৰা পৰিল।

বিদ্ৰোহ দমনৰ প্ৰচেষ্টাত আমাৰ ফৌজ, লগতে ময়ো সাত ঘাটৰ পানী খাই ঘটনা চক্ৰত 'হিট্‌' (Hit) পাই তাতে 'কেম্প' কৰিব লগা হ'ল। অৰ্থাত 'হিটৰ' পৰা যিমান আতঁৰত থাকি 'হিট'ত থকা বুজাব পাৰি, তেনে এঠাইত কেম্প কৰা হ'ল,—পোনে পোনে 'হিট'ৰ পৰা তিনি মাইল। ইমান দূৰৰ পৰা 'হিট'ত বাস কৰা এটা গুৰুতৰ কাৰণ আছে।

“হিট্” ইউক্রেটিছ্ নদীৰ পাৰত এখন সৰু বেপাৰৰ চহৰ, ৰামাদিৰ উজনিত। চহৰখন এটা সৰু গন্ধমাদন পৰ্ব্বতৰ ওপৰত। ঘৰবোৰ পৰ্ব্বতৰ গাতে তামোল গছত টোকোৰা চৰাইৰ বাহঁ ওলমাদি ওলমি থাকে! তলছোৱাত আৰু আশ-পাশ “বিটুমেনেৰে” ( Bitumen) ঢকা। তাত উটকৎ বদৰ সহায়েৰে “বিটুমেনৰ” লগত থকা গন্ধকবোৰ ৰসায়নিক ক্রিয়াৰ প্রভাৱত “হাইড্রোজেন ছালফাইড্ লৈ ( $H_2$ S.—Hydrogen Sulphide ) পৰিণত হৈ ঠাই ডোখৰ আমোলমোল কৰে। বাসিন্দাসকলৰ নিমিত্তে গোন্ধটো বিশেষ একো নহয়; কিন্তু প্রবাসীসকললৈ ই অসহ্য। এহে-জাৰ মান গেলা হাঁহ কণী ভাঙ্গি তাৰ ওপৰত থিয় দি থকা যেন লাগে। “কেমিষ্ট্রি”ৰ ছাত্রসকলে “ছালফিউৰেটেড্ হাইড্রোজেন” কৰোঁতে এই গোন্ধ উপভোগ কৰে আৰু ১৯৫০ চনৰ পোন্ধৰ আগষ্টৰ ভূঁইকপৰ পাচত ব্রহ্মপুত্রৰ পাৰত থকা অসমবাসীয়ে এই গোন্ধ দুদিনমানলৈ পাইছিল। সেই কাৰণে “হিট”ত কেম্প কৰিবলৈ আদেশ হোৱা সত্বেও তিনি মাইল দূৰকে “হিট” বুলি ধাৰণা কৰা হ’ল। ফৌজী হাকিম-সকলে ডাক্তৰৰ কথা নেপেলায়। আমাৰ পল্টনৰ (80th Cernatics) যুঁজৰ পাচত বৃটিছ আমোলা কমোৱা হৈছিল। এই বিদ্রোহ সংগ্রামৰ কাৰণে অন্য পল্টনৰ পৰা কেইজনমান আমোলা আমাৰ পল্টনলৈ সাময়িক ভাবে আহে। তাৰে এজন মোৰ এই আখ্যানৰ নায়ক (Hero) কেপ্টেইন এল এম আৰ-উইন্ (Capt. L. M. Irewin)। “হিট” অঞ্চলত ফৌজৰ



কাম—ৰাতি তিনি বজাত সদায় ওলায় গৈ পুৱতি নিশা আৰব গাওঁবোৰ দমন কৰা আৰু আগ্নেয় অস্ত্র কাঢ়ি অনা। দিনৰ তিনিমাম বজাত উভতি অহাৰ কথা; কিন্তু কেতিয়াবা ৰাতিও হয়। নকলেও হব, আম যাওঁ মানে গাওঁ এৰি অস্ত্র-শস্ত্র, লৰা-তিৰোতা লৈ মানুহ পলায়। এদিন কেম্পলৈ ঘূৰি আহোঁতে “আৰউইন” চাহাবে তাৰ দাঁত বিষাইছে বুলি মোক কলে। কেম্পলৈ ঘূৰি আহি চাবলৈ ৰাজি হলো। দাঁত চোৱা মোৰ কাম নহয়, তাৰ নিমিত্তে “ডেন্টিষ্ট” থাকে, কিন্তু “লচমন” চাহাবৰ অনুগ্রহত আমাৰ পল্টনৰ পৰা “ডেন্টিষ্ট” এৰা পৰিল। দাঁত পৰীক্ষা কৰি চালোঁ—সোঁ ফালৰ তলৰ জামিৰ দাঁত এটাত এটা বিৰাট গাঁত, তাত বহুত দিনৰ পৰা খোৱা গো মাংস জমা হৈ পঁচি দুৰ্গন্ধ, মুখ মেলিলেই সৰু-সুৰাকৈ “হিট” (Hit)—মানুহে গম নাপায়; কাৰণ বিষত মুখ সদায় বন্ধ থাকে। আগেয়ে হেনো “ডেন্টিষ্ট”ক দেখুৱাইছিল, উভালিবলৈ উপদেশ দিছিল। কিন্তু “আৰউইন্” মান্তি নহল। সেই কাৰণে চফা কৰি “চিমেন্ট” দি গাঁত বন্ধ কৰি থলে। “চিমেন্ট” খহি যোৱাত এতিয়া আকৌ পঁচি যোৱা গো মাংসৰ জোলোঙা হৈছে। ময়ে উভালি দিবলৈ গাত ললোঁ; আৰউইনে “ভাবিচাওঁ” বুলি কলে কিন্তু কোনো মতেই মন স্থিৰ কৰিব নোৱাৰিলে। শুনিছো দুদিনমান মোৰ ওচৰলৈ আহি ভয়তে মোক দেখা নকৰাকৈ উভতি গৈছিল। ঘুনুক ঘানাকৈ কথাটো আমাৰ পল্টনৰ ৰৰচাহাবৰ কাণত

পৰিল। তাৰ ওপৰিও এদিন বিদ্ৰোহ দমন অভিযানত আৰ্‌উইন্ চাহাবক চকুত লগাকৈ মলিয়ন দেখিলে। ঘূৰি আহি পল্টনৰ বৰচাহাবৰ চিৰষ্টাঁদাৰ (Adjutant) কেপ্টেইন "ব্ৰিক্‌লক্"ক আৰ্‌উইন্ চাহাবক বৰচাহাবৰ ওচৰত হাজিৰ কৰিবলৈ হুকুম দিলে। আৰউইন্ চাহাবক হাজিৰ কৰালে, দাঁতৰ বিষৰ কাৰণে টোপনিৰ ব্যাঘাত—আপত্তি দেখুৱালে। চাওঁ কি হৈছে বুলি "কলাবিজ" চাহাবে দাবী কৰিলে। এই খিনিতে এটা বিভ্ৰাট ঘটিল। যেই হা কৰি মুখখন মেলিলে দাঁতৰ গাঁতত পঁচি থকা গৰু মঙহৰ চৌৰাশী নৰকৰ গোন্ধটো একে উশাহে ভমক কৰি ওলাই আহি সাৰটি ধৰিলে। "ব্ৰিক্‌লে" কোৱা শুনিছো, বুঢ়া প্ৰায় মুৰ্চ্ছা গৈছিল। (The old man nearly fainted). তেতিয়াই হুকুম হ'ল বলেবে হলেও সেই দাঁত তৎক্ষণাৎ উঘালিব লাগিব। চিৰষ্টা-দাৰে ইয়াৰ ব্যৱস্থা তৎক্ষণাত কৰক (Adjutant will please make necessary arrangement at once ).আৰু গোন্ধৰ পৰা তেখেতে খোৱা "ধাকা"ৰ বাবে মোৰ নিৰাপদৰ কাৰণে এইটোও হুকুম হল যে গোন্ধৰ বিপদৰ কথাৰে ডাক্তৰ চাহা-বক সাৱধান কৰি দিব লাগে। (M. O. should be duly warned of the danger ) হুকুম দি ৰাতি তিনি বজাৰ পৰা দিনৰ তিনি বজালৈকে যুদ্ধ অভিযান চলোৱাৰ ভাগৰৰ ওপৰত গোন্ধৰ আলিঙ্গন চম্ভালিব নোৱাৰি হাতত "ব্ৰাণ্ডি" এগিলাচ লৈ বেচেৰা শুই পৰিলগৈ। কেপ্টেইন "ব্ৰিক্‌লে"



চিৰাষ্টাঁদাৰ পদলৈ এনেয়ে উঠা নাই, বৰচাহাবৰ হুকুম আখৰে আখৰে পালিলে।

মই ইয়ৰ্কৰ (york) সৈতে ফুটবল খেলি ঘূৰি আহিছো, মানে ঢুকুৰিমান মানুহৰ সৈতে আওগৰীয়া শিলনি এখনত ফুটবল এটা গুৰিওৱা হৈছিল। নুগুৰিয়াই উপায় নাই, মই "স্পৰ্টচ্" অফিচাৰ, তাৰ উপৰিও পল্টনৰ বৰচাহাবৰ হুকুম, জোৱানসকলক প্ৰত্যেক দিন য'তে যি অৱস্থাতে থাওক খেলা খেলাবই লাগিব—যাতে জোৱানসকলে ৰাতি তিনি বজাৰ পৰা দিনৰ তিনি বজালৈকে বিদ্ৰোহ দমনৰ কামটো গুৰুতৰ কিবা এটা কৰা বুলি ভাবি নলয়। উশাহ নিয়মীয়াকৈ লবলৈ নৌ পাওঁতেই "ব্ৰিকেলে" আৰউইনক তদাৰক কৰিবলৈ আৰু দুজন বিষয়াৰে সৈতে মোক ভেট কৰি বৰ-চাহাবৰ হুকুম শুনালে আৰু ক'লে সন্ধিয়াৰ আগতে "অপাৰেচন্" কৰিবলৈ এইখিনি দিহা দিয়া হৈ গৈছে, যথা— "লাবুচাৰীয়া"ক যন্ত্ৰ-পাতি ঠিক কৰিবলৈ, 'মেচ' হাবিলদাৰ "জন বামায়া"ক পানীয় বস্তুৰ যোগান ৰাখিবলৈ, আৰু মেচ তম্বু "অপাৰেচন"ৰ নিমিত্তে সাজু ৰাখিবলৈ। "লাবুচাৰীয়া" আমাৰ পল্টনৰ মিলিটেৰী "এছিছ্‌টেণ্ট ছাৰ্জ্জন" (Assistant surgeon), কেইবা জন্মৰ আগে ফৰাচী আছিল সেই কাৰণে সুবিধা পালেই "ফ্ৰেন্স" কৰ খোজে, মই নিদিওঁ। সি তামিল নাজানে, মই সুবিধা পালেই তামিল কওঁ, তাক কৰ পৰা জোখাৰে তামিল জানিছিলোঁ। কাজে-কামে ভাল, যন্ত্ৰ-

পাতিৰ নিমিত্তে নিশ্চিন্ত। অমান্তি হবৰ উপায় নাই কাৰণে 'ব্রিকল'ৰ প্রস্তাৱত মান্তি হলো।

সন্ধিয়াৰ আগে আগে "মেচ-তম্বুত" যথেষ্ট পোহৰ; "ইয়র্ক" "তামাচা" চাবলৈ আগৰে পৰা বহি "বিয়াৰ" (Beer) পান কৰিছিল। 'লাবুচাৰীয়াই যন্ত্র-পাতি ঠিক কৰি বেচেৰা "ইয়র্ক"ক অকলে পাই "উই মঁচিয়" (Oui Monseur) কৰিছে, 'জনে' পানীয় বস্তু সজাইছে। এনেতে আমি সোমালোঁ। এক খোৰাক পানীয় হৈ যোৱাৰ পাচত, হাত ধুই, 'আৰউইনক চকী এখনত বহুৱাই মুখ মেলিবলৈ কৈ "লাবুচাৰীয়া"ৰ ফালে হাত বঢ়ালো, 'ব্রিকেল' 'কটম' আৰু ডানকাণে "আৰউইন"ক বেৰি আছে। "লাবুচাৰীয়া"ই দিয়া হাতত দাঁত তোলা চেপেনাডাল পাই, "আৰউইন"ৰ মুখৰ ভিতৰত ভৰাই, আগেয়ে চিনি খোৱা গোন্ধৰ জোলোঙাটো খামোচ মাৰি ধৰিলো। ততালিকে "আৰউইনে" মুখ জপাই চেপেনাডাল কামোৰ মাৰি ধৰিলে। মই উপায় নাপাই চেপেনাডাল আজোৰ মাৰি আনিলোঁ। "আৰউইন" মুখ জপাই থব লাগিল। মই বোলো "মুখ মেল, দাঁত তোলো;" সি কয় "ধন্যবাদ ডাক্তৰ, ওলাল। (Thanks Doc, it is out.) মই বোলো "আউট" (Out) যদি গ'ল ক'লৈ? খালি চেপেনা দেখুৱাই কওঁ "ইয়াতো নাই।" নাই, "আৰউইনে" মুখ নেমেলে, কথাও কবলৈ এৰিলে মাত্র মাজে সময়ে তেজ এজোলোকা পিকবানটোলৈ বুলি "ব্রি কল"ৰ ভৰিৰ ফালে পিকাই দিয়ে। শেষত ৰখীয়া তিনি-



ওটাৰে খং উঠি হেচঁা মাৰি মুখ মেলি চায়, "হয়, গোন্ধ নাই, দাঁতো নাই।" মই বিমোৰ হলোঁ। ওই খিনি আমি পাহৰি থকা চুকত বহি সুৰাপান ৰত "ইয়র্ক"ৰ মা শুনিলোঁ। "ডাক্তৰ মই তেজ গৈ মৰিলোঁ। মোক চোৱঁ। (Doc, I am bleeding to death. attend to me. মোৰ খং উঠি গ'ল "তোৰ আকৌ কি হ'ল?" তাৰো বো কৰো খং উঠিছিল! জপিয়াই উঠি কলে "মই অথনিৰে প চিঞৰিব লাগিছে', কিবা এটাই মোৰ কপালত মাৰি তহঁতে কাণেই নকৰ এতিয়া মই তেজ গৈ মৰিছোঁ।" ( have been shouting at you people. for the la five minutes. something hit me on my forehea you people would not listen to me. how am bleeding to death.) পৰীক্ষা কৰি চালোঁ। হ কপালৰ মাজৰ চালৰ এছোৱা নাই, তাৰ পৰা অলপমান তে বিৰিঙি আছে। 'কটমে' মাত লগালে, "ইয়র্কে" কিবা বি বিৰোৱা শুনিছিলোঁ, সপোন দেখিছে বুলি মন কৰিবলৈ নহ'ল "ব্রিকলৰ" প্রত্যুৎপন্নমতি উগ্র "ই নিশ্চয় সেই দাঁতটো বিচাৰ—।" (It must be the tooth, search).

"লাবুচাৰীয়া"ই "উই মঁচিও" বুলি বিচাৰ কৰি "ইয় বহি থকা ঠাইৰ তিনি হাতমান দূৰত দাঁত আৱিষ্কাৰ কৰিলে "ইয়র্কে" যেই বুজিব পাৰিলে যে তাৰ কপালৰ ঘা "আৰউন গেলা দাঁতৰ পৰা হ'ল, তেতিয়া তাৰ "ব্লাড, পয়জনি

( Blood Poisoning ), "তিতেনাচ" আৰু কিবাকিবি ভয়াবহ বেমাৰ আৰম্ভ হ'ল, অন্ততঃ ভয় হ'ল, "এই সকলো বেমাৰ হব, ডাক্তৰ, তুমি মোক ৰক্ষা কৰা।" মই উপায় নাপাই "আৰ্‌উইন"ৰ মুখখন "লাবুচাৰীয়া"ৰ হাতত এৰি দি ইয়ৰ্কৰ চিকিৎসাত লাগি গলোঁ।

"ডিনাৰ"ত (Dinner) দুজন বিষয়া অনুপস্থিত পাই বৰ চাহাবে সুধিলে, "ইয়ৰ্কৰো দাঁত তুলিলেনেকি?" মই জথমৰ কথা কলোঁ। বৰ চাহাবে ৰায় দিলে, "ঠিক কথা। সেই দাঁতটো সমূহ বিপদ। আমি পাঁচ মিনিটৰ পাচত ভাত খাম! তুমি এতিয়া গৈ সেই দাঁতটোৰ অন্ত্যেষ্টি ক্রিয়া কৰা। (Quite right, that ruddy tooth is a public danger. Will delay dinner five minutes, go and incinerate the damn thing.)"

অন্ত্যেষ্টি ক্রিয়াৰ পাচতহে ভাত খোৱা হৈছে। আজিলৈকে দাঁতটো কেতিয়া আৰু কেনেকৈ ওলাল কব নোৱাৰোঁ।

পট সম্পূর্ণ কৰিবলৈ আৰু এটা কথা উল্লেখ কৰিব লগা হ'ল। এমাহ মানৰ পিচত গুর্খা পল্টনৰ এটা অংশৰ সৈতে "আৰ্‌উইন্" চাহাব ওলাই গৈছিল। দুদিনৰ পাচত গুর্খালী ভাষাত এটা ৰিপর্ট আহিল, "কাপ্তান ইউৰিণ্ চাহাবকো লহ্‌ৰাইমে দুশ্মণকো গুলিছে মৃত্যু ভেৱ; ধনৰাজ গোৰোং, চুবেদাৰ, ইনচার্জ কলাম্ (Column)."

———

# আমাৰ "বাবু"ৰ কাণ্ড !

আমাৰ "বাবু"ৰ ঘৰ খৰডি চুকত। বাৰীখন বৰ ডাঙৰ। বহুত বাঁহ আৰু অইন গছ আছে। বাৰীখনত বহুত বস্তু আছে, আম-কঠাল, লেতেকু-পনিয়াল. আটাইবোৰ খাবলৈ ভাল। তিলিকি আম জোপা আগ ধৰি পকে, পোকো কম, খাবলৈকো সোৱাদ! জনিয়া আম পাচত পকে, কেচাই খাবলৈ ভাল, মূৰটো মিঠা। সেন্দুৰীয়া আম দেখিবলৈহে ভাল, আমি নেখাওঁ, পকিলেও টেঙা। কঠাল বহুত আছে। ধানপুৰীয়া জোপা শিপাৰ পৰা লাগে, বৰ ডাঙৰ হয়, কেচাই খাবলৈ ভাল। খোলাগুৰিয়া কঠাল সৰু সৰু, পকিলে মৌ যেন সোৱাদ। টেপৰ এজোপা আছে, পকিলে খাবলৈ ভাল, অলপ টেঙাও, সোৱাদো। বেছিকৈ খাব নোৱাৰি, দাঁত টেঙায় আৰু পেট বেয়া কৰে। আটাইতকৈ ভাল বস্তু বিলাতী অমৰা জোপা। গছজোপা সৰু, অমৰা লাগিলে গোটেই গছজোপা দোঁ খাই যায়, আমি হাতেৰে ঢুকি পাওঁ। অমৰাটো ডাঙৰ, গুটিটো সৰু, পকিলে এনে সোৱাদ! কুমুদৰ মাকে কাটি কাটি আমাক খাবলৈ দিয়ে; কুমুদৰ মাক আমাৰ বাবুৰ ঘৈণীয়েক; কুমুদ আমাৰ লগত পঢ়ে, আমাৰ "বাবু"ৰ পিতেক।

আমাৰ "বাবু"ৰ কেবাটাও ঘৰ, আছে। বৰ ঘৰ, মাৰল

ঘৰ, আখলৰ ঘৰ, ঢেকীশাল, গোহালি, ভঁৰাল ; কিন্তু আমাৰ বাবুৱে সদায় কাম কৰি থাকে পদূলিৰ ওচৰত মুকলি ঘৰ এটাত। ঘৰটো আহল-বহল ; তাতে আমাৰ 'বাবু'ৱে বহি বহি ভাওনাৰ মুখা সাজে আৰু গাৱঁৰ মানুহৰ সৈতে কথা পাতে। আমাৰ বাবু খনিকৰ, ৰাৱণৰ, কুম্ভকৰ্ণৰ যিহে ভয়-লগা মুখা সাজিব পাৰে। কাম কৰি থাকোতে আমাৰ "বাবু"ৱে গুণ গুণ কৰি গীত আওৰাই থাকে,—আমাৰ বাবু ভাল সূত্ৰধাৰী। কেতিয়াবা কাঠৰ কামো কৰে, ঠগী সাজে, সিংহাসন সাজে, তাতে হেঙুল হাইতাল দি পট আঁকে, দশ অৱতাৰ, বলি-চলন, সীতা বনবাস, দেখিবলৈ বৰ ভাল হয়। বাঁহৰ কামো কৰিব পাৰে, চেপা সাজে, বৰশী চাঁচে, জালো গুঠিব পাৰে। কাম কৰি থাকোতে গাঁৱৰ মানুহ আহি আমাৰ বাবুৰ সৈতে কথা পাতে ; আমাৰ বাবুৰ বান্ধ ডম্বৰু মণ্ডল আহি ফুচ্ ফুচাই কথা পাতে, আমি নুশুনো,—আখৰ লেখোতে কিন্তু কাণ পাতি থাকো।

ইস্কুলৰ পৰা আহি আমাৰ বাবুৱে কাষলতিৰ তলৰ পৰা বস্তাটো মাৰল ঘৰৰ ফুল চতিৰ ওপৰত তুলি থয় ; কুমুদেও চুকি নেপায়, আমিও চুকি নেপাওঁ। বস্তাটোত ভালেমান তুলাপাত থাকে। বিলাতী চিয়াহিৰ বটলটোও চুকি নোপোৱাকৈ থয় ! আৰু এটা বস্তাত চিঠি লেখা তুলাপাত, মহাৰাণীৰ মূৰ থকা কাৰ্ড, খাম থয়। গাৱঁৰ মানুহ আহিলে, তাৰে আমাৰ বাবুৱে সিহঁতৰ চিঠি লেখি দিয়ে। আমাৰ



বাবুৰ হাতৰ আখৰ এনে ধুনীয়া ! খাগৰি কলমৰে নেলেখে, পাখি কলমৰে লেখে। আমাৰ বাবুৱে বহুত চিঠি পায়। পঢ়া হ'লে ছাতি শলি এডালত খৰিকা দি বেৰত আৰি থয়। গাৱঁৰ মানুহৰ চিঠিবোৰ পঢ়া হলে বেলেগ এডাল শলিত থয়। এখন বেৰ চিঠিৰ শলিৰে ভৰা, ইমান চিঠি !

আমাৰ বাবুৱে খুব ৰাতিপুৱাতে উঠি বাৰীচুক চিকুনায়। গোহালি অতোৱাৰ পাচত কুমুদৰ মাকেও বাৰীত কাম কৰে। বাৰীখন পাচ চোতালৰ পৰা পদুলিলৈকে নিকা। গছৰ গুৰিবোৰত জাবৰ গোটাই দ'ম কৰি দিয়ে,—গছে বৰ ভাল পায়। বাৰীত হাবি নাই, আমি শমিধৰ তলৰ পৰা বাঁহ বাৰীলৈকে ফুৰিব পাৰো, সাপৰ ভয় নাই, জোকো নাই। শমিধ জোপাৰ ডাল মানুহে খুজি নি যজ্ঞ কৰেগৈ। ওচৰতে যজ্ঞ ডিমৰু এজোপাও আছে—কন্দুৰা। বস্তু কাঢ়ি আনিলে সৰু লৰাৰ নিচিনাকৈ কান্দে—আমাৰ বাবুৱে কৈছে, গছবিলাকে দুখ পালে কান্দে। ডিমৰু জোপাই কন্দা আমি দেখিছো। এদিন আঞ্জা খাবলৈ একো নোহোৱাত কুমুদৰ মাকে আমাৰ বাবুক ডিমৰু কেটামান আনিবলৈ ক'লে। ডিমৰু গুটি খাৰলি দি বান্ধিলে খাবলৈ বৰ ভাল। বাবুৱে দুটামান পাৰোতেই গছ জোপাই কান্দিবলৈ ধৰিলে, পাৰিব নোৱাৰিলে। কুমুদৰ মাকক কলে, "লোন তেল দি ভাত খাম, গছে কান্দিবলৈ ধৰিলে, ডিমৰু আনিব নোৱাৰিলো।" আমি গৈ চাওঁ হয়, বগা চকুৰ পানীৰে বৈ গৈছে। গুটি পকিলে কাঢ়ি আনিব নেলাগে, এনেয়ে দিয়ে।

স্কুলত দাবি দিওঁতেহে মাতটো কঠূৰা, এনেয়ে আমাৰ বাবুৰ মাতটো বৰ শুৱলা। পুথি পঢ়োতে মাতটো বৰ কোমল, সুৰ লগাই পঢ়িলে শুনি থাকিবৰ মন যায়। কেতিয়াবা নামঘৰত ৰামায়ণ পঢ়ে, মানুহবিলাকে শুনি বৰ ভাল পায়। ৰাম বনবাসত সীতা আইৰ দুখৰ কাহিনী পঢ়িলে বুঢ়া সাতো-লাই হুক্ হুক্ কৰে কান্দি পেলায়। আমি নেকান্দো, লাজ লাগে, কিন্তু কান্দিবৰ মন যায়।

আমাৰ বাবুৱে বৰ ভাল নাচিব পাৰে। যেতিয়া ভাওনাত সূত্ৰধাৰ হয় তেতিয়া দেখিবলৈকো ভাল হয়। গাত গুটি দিয়া বগা চোলা, ঘূৰি পিন্ধা, মূৰত নাওখনৰ নিচিনা পাগ, কান্ধত জপা চেলেং, হাতত গাম খাৰু, ডিঙিত মণি, কপালত চন্দনৰ ৰেঘা লৈ খোলৰ ছেওত যেতিয়া নাচে, তেতিয়া আমাৰ বাবু যেন নেলাগে, কিবা গোসাঁই যেন লাগে। আমাৰ বাবুৰ বান্ধ ডম্বৰু মণ্ডলেও ভাল নাচিব পাৰে। ভাওনাত গোসাঁইৰ ভাও লয়, মূৰত ম'ৰা পাখিৰ মুকুট পিন্ধে, ৰঙা পাটৰ চুৰিয়া পিন্ধে, গাত গোসাঁইৰ চোলা, মুখখন ৰহন লগাই ক'লা কৰি লয়, ভৰিত নেপুৰ, ডিঙিত কুঁহিলাৰ মালা, হাতত কেবাডালো শৰ থকা ধনু লৈ নাচি নাচি কাঁৰ মাৰে, উক্কাৰ দিয়া বোলে। বান্ধৰ ঘৰ চতিয়াল গাৱঁত, বান্ধৰ লগত ভাওনা কৰিবলৈ খৰঙি চুকলৈকে আহে।

আমাৰ বাবুৱে খুব মাছ ধৰে। বাৰিষা চেপা, থোহা পাতে। বৰ বৰশীৰে ভেকুলি টোপ দি শ'ল মাছ ধৰে। তামচিং বৰশীত বাহ টোপ দি এলেং মুৰলি ধৰে; হাবৰুকা, কুমটি, ৰৱল টোপেৰে মাগুৰ, কাৱৈ মাছ ধৰে। বিলত পল বাই টোম ভৰাই কুড়ি মাছ আনে। পচা দি পাভ, বৰালি মাছ ধৰে। পুখুৰীত খেৱালি জাল বায়। আমাকো মাছ ধৰিবলৈ শিকায়। আমি আলিৰ খাৱৈত গৰৈ-চেঙেলী মাছ ধৰো।



আমাৰ বাবুৱে ভাল কড়ি খেলিব পাৰে। সদায় জিকে, দহ বুলিয়েই দহ বুলিয়েই দহ মাৰিব পাৰে, আটাইৰে আগেয়ে হাত শুদ্ধ হয়; গুঠি ললে পঁচিও মাৰিব পাৰে, পাচে গুঠি লবলৈ নিদিয়ে। মাঘৰ বিহুৰ পাচৰ পৰা গাৱঁত কড়ি খেলা হয়। মদন গাওঁবুঢ়াৰ চ'ৰা ঘৰতে ৰেছি খেলা হয়। মদন গাওঁবুঢ়াৰ ঘৰ প্ৰেশহঁতৰ ওচৰতে। প্ৰেশ আমাৰ লগত পঢ়ে; মাক আছে, বাপেক নাই, মৰিল। প্ৰেশৰ মাক বৰ ভাল, আমাক বৰ মৰম কৰে, দেখিবলৈকো ভাল, আমি ভাল পাওঁ। বৰ কাপোৰ বৰ পাৰে। প্ৰেশৰ সকলো কাপোৰ মাকে বৈ দিয়া। কাপোৰ বৈ বেচেও। ৮০ লম্বৰী সূতাৰ চেলেং খনিয়া ব'ই বেচে। ছোৱালী উলিয়াই দিয়া সকলো কাপোৰ ব'ব পাৰে।

ডম্বৰু মণ্ডল মদন গাওঁবুঢ়াৰ ঘৰত কড়ি খেলিবলৈ আহে। কেতিয়াবা আমাৰ বাবুক লগ ধৰে। বাবুৰ আজৰি নেথাকিলে অকলে যায়। ডম্বৰু মণ্ডলৰ ঘৰত দদায়েক আছে আৰু কোনো নাই। সেই কাৰণে তেওঁ গধূলি আজৰি। কড়ি খেলাৰ পাচত "বান্ধ যাওঁ" বুলি আমাৰ বাবুক মাত লগাই

যায়। আমাৰ বাবুৱে সোধে "বান্ধ জিকিলা নে ?" সদায় জিকিলো বুলি কয় মিছাকৈয়ে। এদিন খেলাই নাছিল, প্ৰেশহঁতৰ ঘৰত সোমাই আছিল, কিন্তু জিকিলো বুলি আমাৰ বাবুক মিছাকৈয়ে কৈ গ'ল।

প্ৰেশৰ মোমায়েকৰ ঘৰ ওচৰতে, খণ্ডাগুৰিত। কে তয়াবা কড়ি খেলিবলৈ আহে, প্ৰেশহঁতৰ ঘৰত সোমাই যায় সদায় নাহে আৰু আহিলেও সদায় নেখেলে; প্ৰেশহঁতৰ ঘৰত খবৰ কৰিবলৈ আহে; প্ৰেশৰ মাকক সূতা কিনি দিয়ে আৰু কাপোৰ বেচি দিয়ে। প্ৰেশৰ মোমায়েকে ডম্বৰু মণ্ডলক ভাল নেপায়, কাজিয়া কৰে। এদিন ভাওনাত দন্দ লাগিছিল।

এদিন যিহে কাণ্ড হল! গধূলি আমি আমাৰ বাবুৰ ঘৰতে পঢ়িছিলো। আমাৰ বাবুৱে কুমুদকে, প্ৰেশকে, মোকে পঢ়া দেখুৱাই দিছিল আৰু খেৱালি জালখনত গুড়া লগাই আছিল। আমাৰ পঢ়িবৰ মন যোৱা নাছিল; বাহিৰৰ ফট্‌ফটীয়া জোনাক, চোতালত ধেমালি কৰিবৰ মনহে গৈছিল। আমাৰ বাবুৱে চাই থাকে, যাব নোৱাৰি। এনেতে মদন গাওঁবুঢ়াৰ ঘৰৰ ফালৰ পৰা কড়ি খেলা মানুহবিলাক "চোৰ চোৰ" বুলি খেদি আহিল। আমি চোৰ চাবলৈ বাহিৰলৈ ওলাই আহিলো, লগতে আমাৰ বাবুৱেও হাতত থকা খেৱালি জাল লৈ ওলাই আহিল। পদুলিৰ আগে চোৰটো দুপ্‌ দুপ্‌ কৰে লৰ মৰা দেখিলো আৰু পাচত খেদি অহা মানুহবিলাকো দেখিলো, কিন্তু মানুহবিলাকে কেতিয়াও ধৰিব নোৱাৰিলেহেতেন। আমাৰ বাবুৱে খেদি গৈ খেৱালি জাল খন মাৰি দিলে; চোৰ লুটি-পুতি খাই পথাৰত পৰিলগৈ। আমাৰ বাবুৱে চাই দেখে, চোৰ নহয়, বান্ধ! পিচে এৰি দিব নোৱাৰিলে, প্ৰেশৰ মোমায়েক আহি হেঁচা মাৰি ধৰিলেহি আৰু অইনবোৰ মানুহ পালেহি। আমাৰ বাবু বান্ধৰ গালি খাই জাল এৰি পলাল। আমি কিন্তু চাই আছিলো। মানুহবিলাকে জালৰ পৰা বান্ধক উলিয়াই থিয় কৰোতেই প্ৰেশৰ মোমায়েকে ঠাচ কৰে চৰ মাৰি দিলে—আমি বৰ বেয়া পালোঁ, ঘৰলৈ গৈ শুই থাকিলোগৈ।



প্ৰেশ ইস্কুললৈ নহা হ'ল। বহুত দিনৰ পাচত হে আহিল। সেই দিনাখন পুৰা ইস্কুল হৈছিল। ডম্বৰু মণ্ডলে প্ৰেশক হাতত ধৰি লৈ আহি ইস্কুলত থৈ গ'ল। দুই বান্ধই ভালে খিনি কাল কথা পাতিলে, আমি পঢ়িব নলগা হ'ল। প্ৰেশক মোৰ আৰু কুমুদৰ মাজতে বহুৱাই সকলো কথা সুধিলোঁ। প্ৰেশ মাকৰ সৈতে এতিয়া চতিয়াল গাঁৱত থাকে। ইমান দিন ইস্কুললৈ আহিবলৈ মাকে নিৰ্দিলে; আজি মণ্ডল দদায়ে মাকৰ সৈতে দন কৰি তাক ইস্কুললৈ আনিছে। ডম্বৰু মণ্ডল এতিয়া তাৰ দদায়েক; মাক আৰু প্ৰেশ এতিয়া দদায়েকৰ লগতে থাকে। দদায়েকৰ দদায়েকে সিহঁতলৈ এটা বেলেগ ঘৰ সাজি দিছে। সিহঁতৰ আগৰ ঘৰটোকে ভাঙি আনি চতিয়াল গাৱঁত সাজিলে। মণ্ডল দদায়েকে তাক বৰ মৰম কৰে; মাকেও বৰ মৰম কৰে;

প্ৰেশলৈ বেলেগ এখন চাং কৰি তাতে তাৰ পাটী পাৰি দিছে আৰু পঢ়িবলৈ পিতলৰ চাকি এটা তাক বেলেগে দিছে; বিলাতী চিয়াহিৰ দত এটা দিছে—তুলাপাত দিছে; দদায়েক মণ্ডল, এইবোৰ বস্তু পায়। প্ৰেশই বৰ ভাল পাইছে, মোমায়েকৰ সৈতে মাকৰ দন; মোমায়েক এতিয়া সিহঁতৰ ঘৰলৈ নাহে—প্ৰেশই ভালেই পাইছে, দদায়েকক চব মৰা কথা পাহৰা নাই।

---

# ঘুৰঘুৰী

স্বৰ্গত আসিলে পুষ্প পাৰিজাত
পৃথিবীত পৰি হলহি ধপাত,
ভানি-তুনি এহোপা খাবা,
শোৱা পাটীয়ে সৈতে বৈকুণ্ঠলৈ যাবা॥

এই ফকৰা ফাঁকিৰ মোহেৰে আমাৰ ঘৰৰ লগুৱা বন্ধু এজনে প্ৰথমতে মোক ধপাতত দীক্ষিত কৰিলে। তেতিয়া মোৰ বয়স ১২ বছৰমান আৰু বন্ধুৰ ১৪ বছৰ মান হব। বন্ধু ৰাতি মোৰ ওচৰতে শোৱে, পুৱা উঠি ধপাত চিলি লগাই হাতৰ মুঠিত হোঁপা মাৰি যেতিয়া ধোঁৱা খিনি উলিয়াই দিয়ে তেতিয়া মই শোৱা পাটীৰ পৰা দৃশ্য আৰু সৌৰভৰ উপভোগ কৰো; ওপৰত দিয়া মন্ত্ৰেৰে মোক যেতিয়া দীক্ষিত কৰিলে, কাহ শাম কটাৰ পিচত ভাল লাগিছিল- এই কাৰণে, ডাঙৰে কৰা কাম এটা কৰিবলৈ শিকিবলৈ আৰম্ভ কৰিছোঁ। দুদিন মানৰ পাচত যেতিয়া এদিন হাতত ধোঁৱা চেক দেখি চুলিকোচাত ধৰি চবাবলৈ ধৰিলে, তেতিয়া ভুল ভাগিল—শিকিবৰ নৌ হয়। বাধ্য হৈ ধপাত হোঁপা সামৰি ভাৱে বন্ধ কৰিলোঁ।

এবাৰ পূজাৰ বন্ধ চহৰত কটাৰ লগা হয়। পূজা ভালেখিনি স্বাধীনতা পায়। আবেলি বজাৰ ফুৰোঁতে ল

ৰীয়াৰ লগত "Golden Light" চিগাৰেটত হোঁপা মাৰিলোঁ। মিঠা—কাৰণ দোকানীয়ে চিগাৰেটৰ মুৰত "ত্ৰনিচি" বুলি সোৱাদ এচেন্স লগাই দিছিল। নটা পাই তিনি পইচা দি "Golden Light" এক পেকেট্ কিনি বন্ধু-বান্ধৱৰ সৈতে বাটে বাটে হুঁপি ধুঁৱা চালোঁ। গধুলা সন্দেহত মুখ সুঙি চাই বাইদেৱে চৰালে। ৰতৰ সোৱাদতকৈ চৰ টান কাৰণে আকৌ চুৰত এৰিলোঁ।

গৰমৰ বন্ধত গাৱঁলীয়া ছাত্ৰসকল গাৱঁলৈ আহি মিতিৰ খোৱা প্ৰথা আছে। আমিও ঘৰলৈ আহি কুৰ্ম্মা খাবলৈ যাওঁ। সম-ীয়া বন্ধুসকলে লুকুৱাই ধপাতেৰে অভ্যৰ্থনা কৰে, আমি হোপোঁ, —শেষ হলেহে মইনা কলিক দিওঁ ধপাত হুপিলে তাৰ প্ৰৱল কাহে ৰে, ধৰা পৰাৰ আশঙ্কা; আমাৰ অভ্যাস হৈ গৈছে—কাহ নহয়। ৰলৈ আহি আকৌ ধপাত বন্ধ—তিৰোতাসকলৰ ঘ্ৰাণ শক্তি ৱল।

তয়মসএ স্কুল বোৰ্ডিঙত থাকিব লগা হৈছিল, স্বাধীনতা ম্পূৰ্ণ। তিনি পইচাৰ "Golden Light" অভ্যাস কৰা য়। সেইবাৰ আমাৰ Classৰ মাত্ৰ তিনিজন ছাত্ৰক প্ৰমো-ন দিয়া হয়। প্ৰমোশ্যন পোৱা আনন্দ উৎসৱত চৌদ্ধ অনা এটিন Three Castle চিগাৰেট কিনা হল। টিনটো লি চুৰট এটাত হোঁপা মাৰিছো মাত্ৰ; এনেতে আমাৰ প্ৰিয় ক্ষক এজনে Congratulate কৰিবলৈ আহি হাতে হাতে ধৰা লালে। এনে অৱস্থাত নাই খোৱা বুলি যিমান ডাঠকৈ কোৱা শুব কোৱা হল কিন্তু নৰজিল। টিনটো কাঢ়ি লৈ তাৰে এটা



জ্বলাই লৈ বাকী খিনি Confiscate কৰিলে। জ্বলাওঁতে কেইটিমান ওলাই পৰিল—নেদেখিলে। হেডমাষ্টৰৰ বেকৰ কোৰতকৈ চিগাৰেটৰ টিনটো সস্তা।

মেট্ৰিকুলেশ্যন দিয়া বছৰ আমি নিজা ঘৰত আছিলোঁহক। প্ৰথম মেট্ৰিকুলেশ্যনৰ পৰীক্ষাৰ্থী, পিট চন্দ্ৰৰ মতে আম এটা নতুন যুগৰ অগ্ৰদূত; কৌটিকলীয়া Entrance Supplementaryতকৈ ওখ খাপৰ। পৰীক্ষাৰ Centre গুৱাহাটীত। পৰীক্ষা দিবলৈ যোৱাৰ আগদিনা বাটত খাবলৈ বুলি Three Castle এটিন কিনি খাটৰ তলত লুকুৱাই থৈছিলো; কাৰণ যাবৰ সময়ত সকলো লাগতিয়াল বস্তু লোৱা হৈছে নে নাই চাবলৈ বাকচ Inspection হয়। মোৰ ডেড়বছৰীয়া ভতি-জাটিৰ দোকমোকালিতে "খুৱা খুৱা" বুলি সম্ভাষণ জনোৱা অভ্যাস। সেইদিনা সম্ভাষণ জনাবলৈ আহি চিকুমিকিয়া চুৰটৰ টিনটোত চকু পৰিল। ফলত Confiscate হৈছিল—পিচে যাবৰ সময়ত বৌৰ ইঙ্গিতত চুৰ কৰিলোঁ—দাদাৰ কামত নাহে, তেখেতে নোচোৱে।

Einsteinএ সেই সময়ত Relativity আৱিষ্কাৰ কৰিছে মাত্ৰ। স্বাধীনতাতো যে এই Theory প্ৰয়োগ হয় নজনালে। আমি স্বাধীনতা যে Relative পাচত হে শিকিছোঁ। মেট্ৰিকুলেশ্যন পাছ কৰি কটন কলেজলৈ আহি "পূৰ্ণ স্বৰাজ" পোৱাৰ প্ৰতীক হিচাবে এঘাৰ পইচা দি এটা হোকা কিনিলোঁ। তাকে দেখনিয়াৰকৈ ব্যৱহাৰ কৰোঁতে অনুভূতি হল—সদ্যলব্ধ

স্বাধীনতা সাম্পর্কিক। Einsteinৰ তেতিয়া নাম শুনা নাই হোকাই মোক যিমান দূৰ বাব পাৰে সেই অনুপাতেহে হোকা মোৰ স্বাধীনতাৰ প্ৰতীক হবলৈ ৰাজী। শুই উঠি হোকাটোৰ নলিচা খবকিয়াব লাগে, পানী সলাব লাগে, ধপাত চিলিমত ভৰাই টিকিবা জ্বলাই ফুৰাই থাকিব লাগে। তাৰ পাচহে হুঁপিলে ধোঁৱা ওলায়। ওচৰৰ বন্ধুজন উজনীয়া, ধপাতৰ নামকে নুশুনে। সদ্ভাব যথেষ্ট আছে—কেদিনমানৰ ভিতৰতে হবি ভকত হৈ পৰিলোঁ। গাৰঁলীয়া মানুহ—আপোনা আপুনি কবি অতিষ্ঠ হৈ পৰিছিলে।—তাৰ পিচত তন্ময়-ময়া হল। এই আপোন ভাব বৃদ্ধি কৰিবলৈ যত্ন কৰি পুৰা ভালকৈ ধোঁৱা ওলোৱাৰ পিচত হবি ভকতক হোকাটো পাটীতে যাচিবলৈ ধৰিলোঁ,—কেতিয়াবা নাখায়, কেতিয়াবা হোপা এৰোটা মাৰে। কেতিয়াবা খুজিও খায়। ছেগ চাই অৱহেলা কৰিব ধৰিলোঁ। অৱহেলাত বিৰক্ত হৈ যেতিয়া "এই চালা হৰিভকত, উঠ না ধপাত চিলিম লগা" বুলিবলৈ ধৰিলে, তেতিয়া নিশ্চিন্ত হলোঁ। হোকাৰ আলধৰা আৰু এজন ওলাল। কেদিনমানৰ পাচত শোৱা পাটীতে ধপাত হুঁপিবলৈ পোৱা হল।

হোষ্টেলত সোমায়েই আমাৰ বিশেষ উপযোগী প্ৰচলিত অনুষ্ঠান এটাই দৃষ্টি আকৰ্ষণ কৰিলে। ভালকৈ পৰীক্ষা কৰি দেখিলোঁ যেন "ধূমকেতু" অনুষ্ঠানটি আমাক কোলাত লবলৈহে ইমান দিন অপেক্ষা কৰি আছে। সাউৎকৰে কোলাত সোমাই বহি পৰিলোঁ। আমাৰ দিনত অনুষ্ঠানটি বয়সিয়াল। জন্ম



ইতিবৃত্ত প্ৰত্নতত্ত্বৰ বিষয় হৈ পৰিছিল। বহুত অনুসন্ধান কৰি তথ্য উদ্ধাৰ কৰা গল।

কেবা বছৰৰ আগতে তিনিজন তেজপুৰীয়া ছাত্ৰই Entrance পাছ কৰাৰ পাচত কটন কলেজত বিশ্ৰাম লয়হি। তিনিও বন্ধু কাৰণে হোষ্টেলত একেটা কোঠাতে বসতিৰ সুবিধা পাইছিল। চাহাৰ বিলাকে Sandwich বুলি বস্তু এটা খায়। তলে ওপৰে দুচকলা পাওৰুটিৰ মাজত কেতিয়াবা গছৰ পাত এখিলা, কেতিয়াবা গৰু এচকলা, আকৌ কেতিয়াবা হাঁহকণি। এই তেজপুৰীয়া ছাত্ৰ তিনিজন চাহপাত আৰু ধপাতৰ মাজত—আজৰি পালে অলপ পঢ়ে। সকলো কামতে বিশিষ্টতা থকা এই তিনি বন্ধুৰ ধপাত খোৱা চকুত লগা। তিনিওৰে তিনিটা হোকা, চেলু পালেই পঢ়া এৰি তিনিও তিনি চিলিম ধপাত লগাই একে লগে হোঁপে। ফলত কোঠাতো প্ৰায়েই ধূম্ৰমান। তিনিওটা হোকা একে সময়তে চলাৰ কাৰণ আছে। এজনে ধপাত খাওঁতে বাকী দুজন মুখলৈ চাই আশ পালি থাকিবলৈ নাৰাজ আৰু প্ৰত্যেকেই ধপাত চিলিম সম্পূৰ্ণ খাবলৈ পালেহে ধপাত খোৱাৰ সময়ত বন্ধুত্ৰয়ৰ কাৰণে 'মধু বাতা ঋতায়তে'। কিবা এটা অসুৰে দেৱতাসকলৰ আপুৰুগীয়া মদ "অমৃত" চুৰি কৰি খাওঁতে ধৰা পৰাত থাপ মাৰি দোচোৱা কৰিলে। তাৰে এচোৱা অমৃত খোৱা কাৰণে অমৰ হৈ কেতু হল। যিমান দূৰ বুজা যায় নেগুৰ কটা বাঘ—intolerable brute। এই বন্ধু কেজনৰ ওচৰৰ কোঠাত এজন বৰ পঢ়ুৱৈ ছাত্ৰ আছিল—কতাপৰ পোক।

সেই কাৰণে কিছুমানৰ সন্মানৰ পাত্ৰ আৰু কিছুমানৰ সন্দেহৰ পাত্ৰ। অন্য ছাত্ৰৰ সৈতে সিমান মিলা-মিছা নাই—কিন্তু ধপাত খোৱাত তেজপুৰীয়া তিনি বন্ধুৰ সৈতে একে Taste। পঢ়াৰ বোৱত ধপাত লগাবলৈ সময় নাপায়—সেই কাৰণে ওচৰৰ কোঠাত হোৱাৰ "টোবোক টোবোক" মাত পঢ়া ভেদ কৰি কাণত সোমালেই পঢ়া কিতাপ হাতত লৈ কণা-মুণাকৈ উঠি আহি কোঠাত সোমাই সাউৎ কৰি হোকা এটা থাপ মাৰি নি হুপি শেষ হলে হোকাটো সোধাই দি উভতি গৈ আকৌ পঢ়াত লাগেগৈ,—মাত-কথা নাই। তিনি বন্ধু পোনতে এনে দুস্কৃতিত আচৰিত হৈ অবাক হওঁতেই গল। পিচত "মধুবাতাত" কেতু সোমোৱাত খং উঠি Protest কৰিছিল—একো ফল নহল। কেতুৰ মন কিতাপত মগ্ন—বৰ্ম্মাবৃত। অপমান কৰিবলৈকো মন নগল, কেতু মানীলোক—বন্ধুত্ৰয় তেজপুৰীয়া। শেষত ধুমপানত কেতু নিৰ্য্যাতন সহি গল। কেতু আখ্যা মানীৰ মান ৰক্ষাৰ্থে বন্ধুত্ৰয়ৰ ভিতৰত আৰদ্ধ থাকিল। কথা এটা এই খিনিতে খোলোচা কৰিবৰ সময় আহিছে। এই ধপাতৰ কেতু আমাৰ আগৰ কেতু—আমি লগ পোৱা নাই। আমাৰ লগতো এজন কেতু আছিল—ধপাতৰ কেতুৰ সৈতে একো সম্বন্ধ নাই। আমাৰ কেতুৰ নাম স্কুলতেই অৰ্জ্জা—লগত লৈ অহা নাম।

তেজপুৰীয়া বন্ধু তিনিজন শিল্পী। ৰস প্ৰকাশত ব্যক্তিত্ব আছে। এজনৰ প্ৰতিভা প্ৰকাশ পায় কবিতাত,—এজনৰ



চিত্ৰত আৰু বাকী জনৰ আপোন পাহৰা হাঁহিত। এদিন কেতুৰ অত্যাচাৰৰ পাচত শিল্পীজনে নিৰ্য্যাতিত প্ৰাণৰ ক্ষিপ্ত আবেগ প্ৰকাশ কৰিলে ধুম্ৰাবৃত কেতুৰ চিত্ৰ এখনেৰে,—কবি বন্ধুৱে তাৰে উপযোগী কবিতা এফাঁকি লগাই দি ৰহণ দিলে। তৃতীয় বন্ধুৱে চিত্ৰ আৰু তাৰ উপযোগী কবিতা ফাঁকি পঢ়ি যিটো চেৰেকনি হাঁহিৰে লৰ মাৰি কাগজখন হোষ্টেলৰ প'টিকোত লগাই দিলে সেই হাঁহিয়েই গোটেই হোষ্টেল তোলপাৰ কৰিলে। পঢ়া-মগ্ন ছাত্ৰ-সকলে কি হৈছে চাবলৈ ওলাই আহি দেখে "ধুমকেতু"ৰ উদয়। বৰ দুখৰ বিষয় "ধুমকেতু"ৰ প্ৰথম সংখ্যা তাতে লোপ পালে ইয়াৰ পাচত "ধুমকেতু" ছাত্ৰসকলৰ ভিতৰত ৰাজহুৱা ভাৱে ধপাতৰ ৰস, চিত্ৰ, কবিতা প্ৰবন্ধ আদি কোলাত লৈ অনিৰ্দ্দিষ্ট সময়ত প্ৰকাশ হোৱা আলোচনী ৰূপে ছাত্ৰ সকলক নতুন ভাবৰ ৰসেৰে আপ্লুত কৰিবলৈ ধৰিলে। প্ৰথম সম্পাদক সেই চিত্ৰ শিল্পী। বছেৰেকীয়া অধিবেশনৰ সৌৰভ আৰু ৰসৰ সমৃদ্ধি আমাৰ দিনলৈকে অপূৰ্ব্ব ভোগৰ সামগ্ৰী হৈ আছিল। এয়ে "ধুমকেতু"ৰ ইতিহাস। বহুত অনুসন্ধানত পোৱা গল। ১৯১২০ হোৱা সকলো অনুসন্ধানৰ মজ্জাগত দোষ—ইয়াতো সম্ভৱ।

আমি যেতিয়া "ধুমকেতু"ৰ গৌৰবৰ উত্তৰাধিকাৰী হওঁ, তেতিয়া "ধুমকেতু"ৰ বাৎসৰিক উৎসৱত দুটা প্ৰতিযোগিতা জড়িত আছিল। এটা ধূমপান প্ৰতিযোগিতা- প্ৰথম স্থান

অধিকাৰ কৰা ভাগ্যবান জনক M.S. (master of smoking) উপাধি দিয়া হৈছিল। আনটো প্ৰতিযোগিতা "ধূমকেতু"ৰ নিচিনা সুৰুচি আৰু গৌৰৱপূৰ্ণ অনুষ্ঠানৰ বছেৰেকীয়া উৎসৱত মাত্ৰ ঠাই পাবৰ যোগ্য, অশ্লীলতাৰ প্ৰতিযোগিতা। কোনে কিমান নিমজ আৰু ৰুচি সমৰ্থক ভাষাত দৈনন্দিন জীৱনৰ অশ্লীল কৰ্ত্তব্য বা সচৰাচৰ সমাজত ঘটা কোনো জঘন্য ঘটনাৰ বিৱৰণ উচ্চ খাপৰ কৃষ্টি সমাজত মাৰ্জ্জিত ৰুচি সঙ্গত কৰি দাঙি ধৰাৰ নিপুণতা। এই দুই প্ৰতিযোগিতা আমাৰ "ধূমকেতু" মাৰ যোৱাৰ পাচতো ভালে দিনলৈ চলি আছিল কিন্তু জাতত ভালেখিনি তললৈ নামিল। ধূমপান প্ৰতিযোগিতাত Vernier callipers. ব্যৱহাৰ উঠি গল। শুনিছো মোৰ ভাগিন এজনক যেতিয়া M. S. দিয়া হয় সেইবাৰ আন্দাজতে নিপুনতা নিৰ্ণয় কৰা হৈছিল। অশ্লীল প্ৰতিযোগিতা সংস্কৃতিৰ মালদণ্ডৰ পৰা নামি আহি বিহুতলিৰ নিপুনতাৰ মাত্ৰা হল। আমাৰ পাচত এই খাপৰ প্ৰতিযোগিতাৰ বিঙি আনি কলিকতালৈকে শুনি মৰ্ম্মান্তিক বেজাৰ পাইছিলো।

'ধূমকেতু'ৰ বাৎসৰিক উৎসৱৰ মাত্ৰা সদায় একে নোহোৱা স্বাভাৱিক। এটা কিন্তু লৰচৰ হব নোৱাৰে—ধূমপান কৃষ্টি সদায় থাকে। খুজি-মাগি, চুৰি-ডকাইতি কৰি হলেও ধপাত খোৱা সৰঞ্জামৰ প্ৰদৰ্শনী হয়। হৰেক ৰকমৰ হোকা ঘুৰঘুৰী, হৰেক কিচিমৰ ধপাত, হৰেক পদ্ধতিত, হৰেক নিপুনতাৰে পান হয়। ইয়াৰ লগত ধপাতৰ গুণাগুণ চৰ্চ্চা,



কবিতা, চিত্ৰ, ৰচনা আবৃত্তি আদিয়ে শাৰী পুৰায়। আমি যেতিয়া 'ধূমকেতু'ৰ উত্তৰাধিকাৰী হবলৈ ফেক খাটিছিলোঁ তেতিয়া ধূমকেতুৰ নেজদাল হে পুৱতি নিশা আকাশ পথত দেখা গৈছিল। আগৰ ধৰণৰ বাৎসৰিক উৎসৱ এটা মাত্ৰ ভোগ কৰাৰ ভাগ্য হৈছিল,—সেয়ে কিন্তু উচ্চ খাপৰ Liberal Education.

East India Company ৰ দিনত কোম্পানীৰ চাহাব বিষয়াসকল Bengal Club লৈ যাওঁতে লগত ৬।৭ জন আমাৰ 'কালা অদমি' লৈ যায়—তেওঁলোকক "হুকা বৰ্দাৰ" বুলিছিল। অৰ্থাৎ চাহাবসকলৰ ঘুৰঘুৰীত সকলো সময়তে যাতে টানিলেই সুগন্ধি ধোঁৱা মজুত থাকে তেনেকৈ চিলিম বৰ্দাৰ ৰাখে। প্ৰত্যেক চাহাবৰ খিতাপ অনুযায়ী হুকা বৰ্দাৰৰ সংখ্যা নিৰ্দ্ধাৰিত। সকলো 'উৰ্দ্দি' পিন্ধা। "নেটিভ" ৰজা মহাৰজাৰ নিচিনা কাৰুকাৰ্য্য কৰা ছগা-চাপকান আৰু এন্ধাৰি টুপি পিন্ধা নহলে বেঙ্গল ক্লাবত নেটিভৰ প্ৰবেশ নিষেধ। দৰমহাও একো একোটাই ছুটকামানলৈকে পায়। ধূমকেতুৰ বছেৰেকীয়া উৎসৱত ফেক্ খটা Cadet সকলৰ উৰ্দ্দি নাছিল, দৰমহাও নাছিল, কিন্তু হোকাৰ মূৰত জ্বলন্ত ধূম্ৰ উদ্গাৰক চিলিমৰ অভাব Bengal Club ৰ হুকা বৰ্দাৰৰ জগৰ সমতুল্য। অনুষ্ঠানৰ অধিবেশন ৰাতি গোপনে হয়, সেই কাৰণে Cadet সকলে চিলিম তদাৰকৰ লগতে চৌকিদাৰীও কৰিব লাগে—সময়ত Agenda ৰ হয়তো মনোৰম Item বাদ যায়।

আমি যিটো অধিৱেশনত ফেক খাটিছিলোঁ। সেইবাৰ দুৰ্গানাৰায়ণৰ "ধুম্ৰৰামায়ণ কাব্য" সকলো সভ্যৰ হৃদয় বিদাৰক মোহিনী বাণ হৈছিল। দুৰ্গানাৰায়ণে ধুম্ৰ ৰামায়ণৰ ধপাতত লালী নিদিলে। ধপাত মলিলে "Paradise Lost" আৰু "মেঘনাদ বধ"ৰ ৰসেৰে। তাত মচলা দিলে সাতামপুৰুষীয়া শিৱসাগৰীয়া কৃষ্টিৰ আৰক। সুধী ভোক্তাসকলে এই অপূৰ্ব্ব বস্তু পান কৰি ধন্য হল। দুৰ্গানাৰায়ণ এতিয়া আমাৰ লগত নাই,—Milton, মধুসূদন দত্তও নাই। তেওঁলোকৰ কাব্য কেইখনে অমৰ কৰি ৰাখিছে। আমাৰ অধিৱেশনৰ কাৰ্য্য বিৱৰণী স্বাভাৱিকতে গুপুত। জাকতজিলিকা অংশ "সেউতী"ত দান কৰা হয়। "ধুম্ৰৰামায়ণে"ও সেউতীৰ পাত আমোল-মোলাইছিল — ছপাবলৈকো বাছনিত উঠিছিল। কিন্তু "সেউতী" লোপ পোৱাৰ পাচত ওৰ পৰিল। সেই "সেউতী"ত "ধুম্ৰ-ৰামায়ণ" পঢ়া যিসকল আজি আমাৰ লগত আছে তেখেত সকলৰ মনত দুৰ্গানাৰায়ণ আজিও জীয়াই আছে।

এই বাৎসৰিক পৰ্ব্ব উপলক্ষে আমি তিনি বন্ধুৱে উমৈহতীয়াকৈ এটা ঘুৰঘুৰা কিনিছিলোঁ। আপোনালোকে তত ধৰিব পাৰিছে নে নাই কব নোৱাৰো। ইমান সময় হবেক কিচিম ধোঁৱাৰে সকলো Black out কৰি আপোনালোকৰ দৃষ্টি এই ঘুৰঘুৰীৰ ওপৰত কেন্দ্ৰীভূত কৰিবলৈ চেষ্টা কৰিছোঁ। বহুত দিন ধৰ সুৰুলা বিশেষণ "দিপ্‌লিপ্" কন্যা সকলে একচেতীয়া ভোগ দখল কৰি আহিছে। পৰাধীন জীৱ, ইমান দিন মুখ খুলি প্ৰতিবাদ কৰিবলৈ সাহ কৰিব পৰা নাছিলোঁ। এতিয়া Einstein ৰ স্বাধীনতা পোৱাৰ পাচত দেখাদেখিকৈ প্ৰতিবাদ কৰিছোঁ—অন্যায় হৈছে। কাৰণ বহুত মানুহ আছে যাৰ বিবেচনাত কন্যাৰ বাহিৰে অইন বস্তুতো "দীপ্‌লিপ্" শুৱায়। আৰু একশ্ৰেণীৰ মানুহৰ কন্যাৰ সৈতে একো সংশ্ৰৱেই নাই—যেনে সেই সময়ৰ কটন কলেজৰ ছাত্ৰ সকল। তেতিয়া Co-education নাছিল। তেওঁলোকে এই বিতোপন বিশেষণটি মনোমত প্ৰিয় বস্তুত ব্যৱহাৰ কৰিব খোজে। কাৰো আপত্তি থকা উচিত নহয়। আমাৰ ঘুৰঘুৰাটি ৰূপৰ নহয়—কিন্তু ৰূপৰ নিচিনা চক্‌চকীয়া। ডিঙি শুৱাই ৰঙচুৱা কাঠৰ কুন্দাই ফুলকটা শুৱনি নলিচা। তাতে উৎসৱ উপলক্ষে ৰঙা-নীলা কাগজৰ ফুল লগোৱা হয়। তাৰ ওপৰত বন্ধু কেঞা বাবুক খুজি অনা চক্‌চকীয়া পিতলৰ বাও দিয়া কাঠৰ গোৰোং চিলিম। ৰূপালী গুনা মেৰোৱা দীঘল লেওসেও নল—মূৰত ৰঙা কাঠৰ চুপি—দীপ্‌লিপ্ বস্তু। ফাচি বজাৰৰ "গয়া তামাখ" দোকানৰ ধপাত এচিলিম লগাই লোহাৰ চকী-খনত বহি কিতাপ থোৱা টেবুল খনৰ ওপৰত ভৰি দুটা তুলি সেই দীপ্‌লিপ্ ঘুৰঘুৰী উপভোগ কৰোঁতে Doubtful স্বৰ্গসুখ দিঠক হয়।

আগেয়ে কৈ থোৱা আছেই—আমি কেজনমান "ধুমকেতু" অনুষ্ঠানৰ কোলাৰ। কিছুমান বোকাৰ হোৱা অতি স্বাভাৱিক ; কোলাৰ আৰু বোকাৰ মাজত আখেজৰ কাৰণ যথেষ্ট। সেই

আখেজ আৰহমান কালৰ পৰা চলি আহিছে। সেই কাৰণে কোলাৰসকলে সদায় সাৱধানে চলিব লাগে। কিন্তু আচলে-বিচলে হাতীৰো পাও পিচলে। তেনে অৱস্থাত বোকাৰ সকলে সুবিধা পাই শত্রু শালে। বাৎসৰিক উৎসৱৰ জৰিয়তে আমাৰো সামান্য ভাবে পদ স্খলন হল। অসাবধানতাৰ দোষ আমাৰেই, স্বীকাৰ নকৰি নোৱাৰি। বিচাৰৰ ৰায় দীৰ্ঘকাল নিৰ্য্যাতন দণ্ড। একে কোঠাতে চাৰি বন্ধু দণ্ড কাল কটাবলৈ আদেশ হল। মই, দোস্ত, মেট্ আৰু অতি নিৰীহ মৌজ। মনৰ দুখ লাঘবৰ একমাত্র সামগ্রী সেই দীপ্‌লিপ্ ঘুৰঘুৰি !

এদিন পুৰা ঘুৰঘুৰীটো খঁহি-পিহি পানী ভৰাইছোঁ—এনেতে আমাৰ Principal Sudmerson চাহাব চফৰ ফুৰিবলৈ আহিল। "Hallo"। মই কলো—'Hallo Sir, good morning'। সুধিলে, সেইটো কি ? আদবৰ বস্তু ঘুৰঘুৰী-টোক ইয়াতে তাচ্ছিল্য কৰা যেন পালোঁ—আৰু অমঙ্গলৰ আশঙ্কাৰ আভাস পালোঁ। এনে অৱস্থাত অপায় অমঙ্গলৰ দোষ খণ্ডাবলৈ অপদেৱতাক ভাবিব লাগে বুলি মোৰ জনা আছিল। প্ৰত্যুৎপন্ন মতি খটাই উত্তৰ দিলোঁ—"লোটা চাৰ"। অইনবোৰ লোটাৰ নিচিনা নহয় দেখি বিশ্বাস নকৰে বুলি আৰু এটা চিনাকি দিলো—"Made of Silver, Sir,"—"I see, keep it safe" বুলি গুচি গ'ল। গল কথা গুচিল। আৰু এদিন আবেলি কলেজৰ পৰা আহি তিনিও বন্ধুৱে চাহ খোৱাৰ পাচত সেই দীপলিপ্ ঘুৰঘুৰীত চিকমিকীয়া



নলিচাৰে ধুমপানত মগ্ন। কিমান সময় এই স্বৰ্গীয় দৃশ্য বাৰান্দাৰ পৰা উপভোগ কৰি আছিল কব নোৱাৰোঁ। যেতিয়া চাৰৰ লগত অহা চামচেৰসিঙে কাহ মাৰি জাননী দিলে তেতিয়া নলিচাডাল একবাউণ্ড হৈ মেটৰ হাত পাইছে। চাৰ সোমাই আহি মেটক সুধিলে—এইটো কাৰ ? মেটে উত্তৰ দিয়াৰ আগেয়ে মই মাত লগালোঁ—মোৰ বুলি। কাৰণ এটা কথাৰ কাৰণে চাৰৰ মেটৰ ওপৰত আখেজ আছে। দোষ যিমান সম্ভৱ কমাই ৰখা ভাল। মেটৰ আৰু এটা নাম আছে 'গৰু চোৰ'। চাৰে তেতিয়া এই ধপাত খোৱা "হুকা" টোক কিয় সিদিনা লোটা বুলি ভাবিছিলো তাৰ কৈফিয়ৎ বিচাৰিলে। মই কথাটো বুজাই দিলোঁ—এনে লোটাৰ ডিঙিত কাঠৰ নলিচা লগাই ধপাতো খাব পাৰি। চাৰৰ হুকুম হল—এনে লোটাৰে ধপাত খোৱা—"Dangerous; You will burn down the Hostel. Send it home, don't use it."

মেটৰ বহুত গুণ আছে। Tennis Champion, হকি আৰু ফুটবলত College team ৰ Left half। গাত অসুৰৰ বল। Physics Laboratory ত ভাঙ্গো বুলি Vice এডাল পকাই পকাই ভাঙ্গি দিলে। বস্তু ইফাল-সিফাল কৰোঁতে হাত চাফাই। Test Tube, Thistle Funnel, woulfe bottle ইত্যাদি ভঙাত নাটনি পৰিলে মেটে কোনেও নজনাকৈ যোগাৰ কৰি দিয়ে। Caution money অটুট

ৰৈ যায়। মেটৰ হাতত তলা-চাবিৰ একো জাঁয় নাই—শলি এড়ালেৰে এক মিনিটৰ কাম। ধনী বন্ধু মহলত যদি কোনোবাই কেক্-মিঠাই আনি বাকচত ভৰাই থৈ চাইলে নিমন্ত্ৰণ নকৰে তেনে অৱস্থাত সেই কেক্ মিঠাইৰে বেমালুম সেই বন্ধুকে চাহ খুৱাই আপ্যায়িত কৰাৰ দৃষ্টান্ত আছে। বেহেলাই কলিকতাৰ পৰা আগন্তুক বন্ধু এজনক চাহ খুৱাবৰ নিমিত্তে ভালেখিনি বস্তু গোটাই বাকচত চাবি মাৰি থৈছিল। আমাক খবৰকে নিদিলে। বন্ধু নাহিল—কিন্তু বেহেলাক আমাৰ তাত চাহ খাবৰ নিমন্ত্ৰণ হৈছিল। বস্তুবোৰ চিনি পাই মেটক গৰুচোৰ আখ্যা দিলে। সেই কথা জনাজাত হোৱাৰ পাচৰ পৰা ঈৰ্ষাপৰায়ণ মানুহবিলাকে মেটক গৰু-চোৰ বোলে। একেবাৰে অপবাদ। মই জনাত মেটে কেতিয়াও কাৰো গৰু চুৰ কৰা নাই। প্ৰিন্সিপাল চাহাবৰ আখেজৰ এই অপবাদটোৰ সৈতে অলপ দূৰ সম্পৰ্ক আছে!

কলেজৰ ক্লাচ কৰোঁতে সেই কালৰ ছাত্ৰসকলৰ এটামান বজাত অলপ তন্দ্ৰাভাৱ খোৱা প্ৰচলন আছিল। এটা ক্লাচৰ পাচত সিটো ক্লাচ বহালৈকে ৫ মিনিট ছুটী। এই সময়ৰ টোপনি ভাগিবলৈ পায়খানা কম্পাউণ্ডত চুৰট খোৱা হয়। এদিন আমাৰ চুৰট নাছিল। বাৰান্দাৰ পৰা দেখিলোঁ। চাৰৰ কোঠাত চাৰ নাই—টেবুলৰ ওপৰত পাইপ খোৱা ধপাতৰ টিন। মেটে মোক ৰখীয়া থৈ সাউৎ কৰে খিড়িকীয়েদি সোমাই এখামোচ ধপাত লৈ আহিল। লেখা কাগজেৰে চুৰট



পকাই খালোঁ হয়,—সুখ নহল। বৰ চোকা—টোপনি কিন্তু ভাগিল। Vernacular চাহাবৰ ইংৰাজী ক্লাচত ৫ মিনিটমান বহাৰ পাচত Principalৰ কোঠালৈ আমাৰ ডাক পৰিল। আমাৰ বুকু কঁপিবলৈ ধৰিলে। আমি সৈ কাঢ়িবলৈ ৰাজী আছিলোঁ, কিন্তু নুসুধিলেই। মাত্ৰ বুজাই দিলে—পাইপত খোৱা ধপাত চিগাৰেট খাবলৈ ভাল নহয়, চোকা। আমি হয়ভৰ দিলোঁ। পাইপ যদি আছে খুজিলে দিব কিন্তু নোকোৱাকৈ নিয়া অন্যায়। তাৰ উপৰিও মাটিত পৰি ভালেমান ধপাত নষ্ট হল। "আগলৈ নকৰিবি।" আমি প্ৰতিশ্ৰুতি দি গুচি আহিলোঁ আৰু সেই প্ৰতিশ্ৰুতি কেতিয়াও ভঙ্গ কৰা নাই। মেটৰ ওপৰত আখেজৰ কাৰণ—লাইব্ৰেৰীৰ কেৰাণীটোৱে মেটক চুৰি কৰা দেখি Principalক লগাই দিলে। সেই আখেজৰ কাৰণেই মেটক সকলো পৰিস্থিতিতেই বছাই চলিব লাগে। সেই কাৰণেই দিপলিপ, ঘুৰঘুৰী যদিও উমৈহতীয়া সম্পত্তি, মেটক বছাবলৈ গাত পাতি ললোঁ। এটা কথা কিন্তু উপলব্ধি কৰি আমি বৰ বেজাৰ পালোঁ। আমাৰ বুজিবলৈ আৰু বাকী নাথাকিল যে আমাৰ চেনেহৰ চাৰে আমাৰ দিপলিপ ঘুৰঘুৰীটো দেখিবই নোৱাৰে। দুয়োটা আমাৰ মৰমৰ পাত্ৰ—এটাকো এৰিব নোৱাৰোঁ। সেই কাৰণে স্থিৰ কৰা হল যে দিপলিপ ঘুৰঘুৰীটো সকলো সময়তে চাৰৰ কোপ দৃষ্টিৰপৰা আঁৰত ৰাখিব লাগিব।

বহুত দিন অতি সাবধানে চলা হল। লাহে লাহে বিপদৰ

অবিহনে সাৱধানতা ঢিলা হৈ গৈ আছিল—আমি ততকে ধৰিব পৰা নাছিলোঁ। এদিন দেওবাৰে পুৱা ঘুৰঘুৰী হুঁপি কিবা এটা তৰ্কত মগ্ন আছিলোঁ। হঠাৎ তৰ্ক বিনা কাৰণে নিতাল মাৰিলে। কাৰণ বিচাৰি তৎক্ষণাৎ পোৱা গ'ল 'চাৰ'। কিছু সময়ৰ আগৰে পৰা অবাক হৈ তৰ্ক শুনি আছিল। আমি যেতিয়া আমাৰ Principal আমাৰ মাজত অবাঞ্ছিত বৰ্ত্তমান থকা আবিষ্কাৰ কৰি অবাক হলোঁ। তেতিয়াহে চাৰৰ কথা ফুটিল। এবাৰ মত ফুটাৰ পাচত ভালেমান সময়লৈকে কাৰো কথা কৰবা অবসৰ নহল। বক্তব্যৰ সাৰাংশ এই যে—
১ দফা—যিহেতু কিছুদিন আগতে ধপাত খোৱা 'হুকা'টোক মিছাকৈয়ে তেখেতক লোটা বুলি পৰিচয় কৰাই দিয়া হৈছিল;
২ দফা—যিহেতু তাৰ কিছুদিনৰ পাচত উক্ত লোটাৰে হাতে হাতে ধপাত খোৱা ধৰা পৰাত "হুকা" বুলি চিনাকি পাই আৰু সেই হোকা যেনে অসাবধানভাৱে ব্যৱহাৰ কৰা হৈছিল—তাৰ পৰা ঘৰত জুই লগা ভয় সন্দেহ কৰি হুকুম দিয়া হৈছিল সেই "হুকা" আকৌ ব্যৱহাৰ নকৰি ঘৰলৈ বিদায় দিবলৈ and ৩য় দফা-যিহেতু ২নং দফাত উল্লেখ কৰা হুকুম লঙ্ঘন কৰাতো হলেই, তাৰ উপৰিও So many young fools তৰ্কত ইমান মত্ত যে চিলিমলৈ কোনেও মন কৰাই নাই। সময়ে সময়ে হোঁপাত চিলিমৰ জুই জ্বলি young foolsবোৰ পোৱাৰ বাহিৰেও incidentally পুৰিলে troublesome but good riddance—তেওঁৰ সাদৰী হোষ্টে-



লটো নিশ্চয় পুৰিলেহেঁতেন যদি তেখেতে by mere chance তাত উপস্থিত নহলহেতেন। এতেকে, "চামচেৰ, হুকা কলেজ মে লে যাও,—Where is that Hukka?"

ওপৰোক্ত মৰ্ম্মস্পৰ্শী, সাৰগৰ্ভ, ওজস্বিনী বক্তৃতা শুনি থাকোঁতেই আমাৰ অলক্ষিতে পৰিস্থিতি ভালেখিনি পৰিবৰ্ত্তন হল। তৰ্কত যোগ দিয়া ওচৰ চুবুৰীয়া বন্ধুসকল বিপদ আশা কৰি হাতত সাৱে ভৰিত সাৱে নিলগ হল। আমাৰ মাজৰ পৰা জ্বলন্ত চিলিম মূৰত লৈ চিক্‌মিকীয়া নলিচাৰে দিলিপ ঘুৰঘুৰী principal চাহাবক সন্মান দেখুৱাই নীৰৱ হোৱাৰ পাচত অজ্ঞান ভাবে যি ঠাইত থকা উচিত আছিল সেই ঠাইৰ পৰা অদৃশ্য হল। যেতিয়া Sirএ "Where is that Hukka?" বুলি আমাৰ দৃষ্টি আকৰ্ষণ কৰিলে তেতিয়াহে জানিলোঁ দিপ্‌লিপ্‌ ঘুৰঘুৰীয়ে আমাৰ লগ এৰিলে। প্ৰকৃত পৰিস্থিতিৰ appreciationও হব পাৰে বা আদৰৰ বস্তু অপদেৱতাৰ কোপ দৃষ্টিৰ পৰা ৰক্ষা কৰা পূৰ্ব্ব সঙ্কল্পজনিত মনৰ নিহিত ভাবৰ সমৰ্থন মূলক প্ৰতিক্ৰিয়াও হব পাৰে,—কোনটো কোৱা টান। কিন্তু চলিত কথাত জিভাৰ আগত থকা দেৱতাক দুষ্টা সৰস্বতী বোলে। "Where is that Hukka"? ৰ উত্তৰত মই কৈ পেলালোঁ absconded। ইয়াকে ইংৰাজীত tactless বোলে। কাৰণ Sir এ বুজিলে মই তেখেতৰ প্ৰশ্নৰ উত্তৰ দি ব্যঙ্গ কৰিছোঁ। ভয়ানক বিপদৰ আশঙ্কা উপস্থিত। আগেয়ে কৰা দোষৰ দণ্ডই শেষ হোৱা নাই।

এতিয়া ভূতৰ ওপৰত দানহ ! Summary বিচাৰৰ বায় হল হুকা নোলালে থিয়ই থিয়ই ঘৰলৈ টোপোলা বন্ধা। কাণে কাণ মাৰিহে সাৰিব পাৰিলোঁ। টোপোলা বন্ধাৰ আগে আগে চৌকিদাৰ চামচেৰ সিংএ ঘুৰঘুৰী লৈ হাজিৰ। Sir শান্ত হল আৰু চকিদাৰৰ হুকুম পালন তৎপৰতাবে তাৰিফ কৰিলে। কাৰণ চাৰে ভাবিলে "লে যাও" বোলোতেই চামচেৰে মায়া কৰি তৎক্ষণাত ঘুৰঘুৰী আঁতৰালে আৰু এতিয়া "Where is that Hukka ?" বোলোতে উলিয়াই দিছে। আকৌ হুকুম হল "লে যাও"। সেই যে দিপ্‌লিপ্ ঘুৰঘুৰীক আগৰ দিনৰ বজাৰ গাভৰু মিত্ৰতা সূত্ৰত বিদেশী বজালৈ উলিয়াই দিয়াৰ নিচিনাকৈ চামচেৰৰ হাতত উলিয়াই দিলোঁহক, আৰু দেখা নহ'ল। স্বৰ্গীয় বেজবৰুৱা ডাঙৰীয়াৰ "ধোঁৱা খেৰী"ৰ হোকাটো জাঁজিত পৰি উটি যাওঁতে হোকাৰ গৰাকী সতী গৈছিল—আমাৰ লগত যোৱাৰো সুবিধা নহল। হঠাতে আমাৰ মাজৰ পৰা ঘুৰঘুৰী অদৃশ্য হোৱাৰ কাৰণ মেটৰ হাত চাফাই গুণত ইহাত-সিহাত হৈ ওচৰৰ সোনাৰু গছৰ ফেৰেঙনি পালেগৈ। মোৰ টোপোলা বন্ধা দণ্ড হোৱা দেখি কোনোবাই চামচেৰক আঙুলিয়াই দিলে।

Dr. Thompson নতুনকৈ আমাৰ Chemistry ৰ Professor হৈ আহিছে। ভাল মানুহ—জাৰ্ম্মান Ph.D.। এদিন Laboratory ৰ যন্ত্ৰপাতি চাই ফুৰি সুধিলে—Prof. De, what is this apparatus ? চুনী বাবুৱে Smoking apparatus বুলি কলে। 'How do you use it ?' উত্তৰ দিলে ; I don't know, Hansha knows it' : হংস আমাৰ Laboratory assistant। দুদিন মানৰ পাচত class হৈ যোৱাৰ পাচত এটা অপূৰ্ব্ব দৃশ্য দুজনমান ছাত্ৰৰ উপভোগৰ ভাগ্য হৈছিল। Thompson চাহাবে Pipe খাই থিয় হৈ চাই আছে, হংসই ঘুৰঘুৰীত ধপাত লগাই আৰাম কৈ হুঁপি Apparatus ৰ use demonstrate কৰিছে আমাৰ সেই দিপ্‌লিপ্ ঘুৰঘুৰীটিৰে।

---



লে।
। দূৰত

# ডিমাকুচি হাটত

হৰি হাজৰিকা ইতক পাটগিৰীৰ ঘৰ বোলে ; তেওঁলোকৰ কোনোবা আগেয়ে এই অঞ্চলৰ পাটগিৰী আছিল, এতিয়া ইংৰাজৰ দিনত মৌজা হল ; হৰি হাজৰিকাই কিন্তু মৌজা নেপালে ; আগৰ নাম আৰু পাটগিৰী ঘৰৰ পয়োভৰ বৈ গল। ছ পুৰা মাটিৰ ঢাপ দিয়া বাৰী এতিয়া হাবি ; বাৰিষা বাঘে তাতে গৰু মাৰে। পছুলি আগৰ চোমনিত এতিয়া মুগা নাই ; ঘৰৰ অৱশিষ্ট বুঢ়া মখনা হাতীটো বন্ধা হয়। বাটচ'ৰা, বৰ চ'ৰা, মাৰল, ৰবঘৰ সকলো আছে—কিন্তু জুৰুলা। তিনিকুৰি পুৰা বোৱ'তি মাটি লোকে খায়, চাৰিটা ভ'ৰাল শুদা ; যি খিনি ধান পায় তাৰে জাককৰা পৰিয়ালৰ ভৰণ পোষণ, খাজনা দি হৰি হাজৰিকাৰ লাউপানীৰ খৰচলৈ অলপহে ৰাহি থাকে। হৰি হাজৰিকাই সুখৰ দিনত কলিকতাত পঢ়িছিল। বাপেক ঢুকুৱাৰ পাচত ঘৰলৈ উভতি আহিব লগা হল। বাপেকৰ দুই সংসাৰ আৰু ধাৰ চন্তালোতে ইমান জুৰুলা হ'ল যে হৰি হাজৰিকা নিজেই নিজৰ হাতীৰ মাউত হব লগা হল। এনে অৱস্থাতো পাটগিৰী ঘৰৰ আগৰ সন্মান সমাজত অটুট আছিল।

সেই গাঁৱৰে মহীৰাম বগাধনীৰ ঘৰত হাতী মাউত আছিল, পাচতহে ফান্দি হয়। এবাৰ চিকাৰ ভাল হোৱাত মহীৰাম ফান্দিয়ে ভাগত এটা হাতী পালে ; তেতিয়াৰ পৰা মহাৰাম





ান্দিৰ অৱস্থা ভাল হবলৈ ধৰিলে। এবছৰ মহীৰাম ফান্দি াৰু হাজৰিকা লগ লাগি হাতী মহল ল'লে, লাভ যথেষ্ট 'ল,—মহীৰাম ফান্দিলৈ ; কাৰণ চিকাৰত হৰি হাজৰিকাৰ মখনা াতীটো সাপে খাই মাৰিলে। হৰি হাজৰিকাই ভাগত চিৰিং পোৱালী এটি পালে।

হৰি হাজৰিকা নিজে ভাল হাতী মাউত। বাপেকৰ দিনত ত ৬।৭ টাকৈ হাতী, চখত আৰু চিকাৰত উঠি ফুৰে। তী বৰ ভালকৈ বুজে আৰু বৰ ভাল পায়। সেই কাৰণে লকৈ ধৰা পোৱালীটিৰ শিক্ষাৰ ভাৰ মৰমতে অইনৰ হাতত ি নিদি নিজে ললে। পোৱালীজনী সুলক্ষণী, মৰম লগা ; উপানী খোৱা উলাহী মনৰ আবেগত নাম দিলে পখিলী ; খেতে লৰাকালত গান এটা গাবলৈ ভাল পাইছিল,—

নাচে হিয়াৰ মাজে আশাৰ পখিলা,
উলাহী পখিলা কেনে ৰঙা, বগা, ক'লা।

য়তো আশাও কৰিছিল পখিলীৰ পৰা ভাগ্য পৰিবৰ্তন হব। ত আশা পূৰণ হল, আশানুতীত। এজন ভাল নোপোৱা বন্ধুৱে ী পোৱালীত পখিলী নাম নুশুৱাই বুলি মত প্ৰকাশ কৰাত, ই বন্ধুৰ দতুৰা ছোৱালীজনীৰ কুসুম নাম ৰখা কিমান অশোভন ে বিষদ ভাবে বুজাই দিয়াত পখিলী নামত কাৰো আপত্তি হোৱা হল। হাতী পোৱালীটিৰ শিক্ষা শেষ হোৱাৰ পাচত িলী ছাগলী পোৱালীৰ দৰে হৰি হাজৰিকাৰ পাচে পাচে ফুৰা । দূৰত থাকিলে, "পখিলী" বুলি মাতিলেই লৰা লৰিকৈ কাষ

চাপে। এদিন ৭ বছৰীয়া পিতেক কৃষ্ণক পখিলীৰ ওচৰলৈ লৈ গৈ, “আই অ, পখিলী, এইটো তোৰ ভায়েৰ” বুলি পৰিচয় কৰি দিলে। পখিলীয়ে মৰমত শুঁড় ডালেৰে ভায়েকক আকোৱালি ধৰিলে। কৃষ্ণই, ভয়ৰ ওপৰত অলপ দুখ পাই চিঞৰ মাৰি দিলে, বাপেকে ‘বিৰি’ বুলি এৰি দিবলৈ ক’লে; পখিলীয়ে ভায়েকক ধৰিব নেজানি দুখ দিয়াত লাজ পাই এৰি দিলে আৰু শুঁড় ডালেৰে কৃষ্ণৰ মুখত হাত ফুৰাই মৰম আৰু অনুতাপ জনালে। কৃষ্ণয়ো চিঞৰ মৰাৰ কাৰণে লাজ পাই শুঁড় ডাল সাবটি ধৰি পখিলী বুলি স্নেহ জনালে; চিনাকি গভীৰ হল।

দেউতাকে চিনাকি কৰি দিয়াৰ পাচৰ পৰা কৃষ্ণই সুবিধা পালেই পখিলীক লগ ধৰি আলাপ কৰে। পখিলী য’তে থাকক বা যি কামকে কৰক ভায়েকৰ সুৰ লগোৱা মাত শুনিলেই সকলো কাতি কৰি থৈ ওচৰ চাপে; কৃষ্ণই শুঁড় ডালত সাবটি ধৰি গাল লগাই পখিলী বুলি মাত লগালে পখিলী পমি যায় আৰু কোনোবা ওচৰত থকা ভাগ্যবানে সেই দৃশ্য দেখি গলি যায়। পখিলীয়ে আলফুলকৈ শুড় ডালেৰে কৃষ্ণক কোলাত লই যুগ হৈ ডিঙিৰ ওপৰত তুলি দিয়ে; কৃষ্ণই সৰু ঠেং দুটা দুপিনে ওলমাই দি কাণ দুখনত খামোচ মাৰি ধৰি ৺িভাপি দিলে পখিলীয়ে লাহে লাহে খোজ লয়; হাবিয়ে হাবিয়ে দুয়ো কত কথা পাতি যায়; “পখিলী সৌ পিনে যাওঁ বল,” “পখিলী অলপ ৰচোন, মই অমৰাটো চিঙি লওঁ,” “পখিলী লাহে লাহে যা,



মই পিচলি গৈছো” “পখিলী সৌটো শিয়াল, মোৰ ভয় লাগিছে, ঘৰলৈ ব’ল।” এইবোৰ হাওৱা খোৱাৰ কথা ঘৰত নেজানে।

আপোনালোকে ৰেডিঅ’ত গান এটা প্ৰায়েই শুনিবলৈ পায়,—“হালি-জালি পখিলী ফুল মধু বিচাৰি।” বৰ শুৱলা গান, মন্নো শুনি ভাল পাওঁ। কিন্তু যেতিয়া কথা বেষাৰলৈ মন কৰোঁ, তেতিয়া অমৃতত আসোঁৱাহ ওলায়; পখিলাই হলা জলা অনুমান কৰিব নোৱাৰোঁ; মোৰ বিশ্বাস পখিলাই হালিব-জালিব নেজানে। কবিয়ে পখিলাৰ পখীৰ ৰং চঙত মোহ গৈ পখিলাৰ গাত নথকা সৌন্দৰ্য্য এটা আৰোপন কৰিছে। তেলীৰ মূৰত তেল দিয়া একেবাৰে অনাৱশ্যক। কোনোবাই যদি পখিলীয়ে হলা-জলা চাব খোজে তেনেহলে পাটগিৰীৰ পদুলিত ভায়েক কৃষ্ণক শুঁড়ত ওলোমাই লৈ, তিনটা ভৰিৰ ওপৰত ভৰ দি মূৰ জোকাৰি পখিলীয়ে দোলন দিয়া চাওঁৰ গৈ— “হালি জালি পখিলী” দেখিব।

ভাগ্য পৰিবৰ্ত্তনৰ ফলত পাটগিৰী পৰিয়াল বেলেগ হল; বৈমাত্ৰী অংশ আতঁৰ হল। ভাগ্য পৰিবৰ্ত্তনৰ ফলত আৰু এটা পৰিয়ালৰ পুৰণি ভেটি বদলি হল; মহীৰাম ফান্দি গাৱঁৰ মাজৰ সংকীৰ্ণ বাৰীৰ পৰা চৰকাৰী আলিৰ দাঁতিত আহল-বহল বাৰীলৈ উঠি গল, আৰু সেই সুবিধাতে নামটো বদলাই মহীধৰ শইকীয়া হল। এই দুই পৰিয়ালৰ পৰিবৰ্ত্তনত আগৰ সম্ভাৰ পনীয়া হৈ মাত লগোৱাত ৰ’লগৈ। পৰিবৰ্ত্তনত এটা প্ৰথা আগৰ দৰেই ৰ’ল,—হৰি হাজৰিকাই লাউপানী নেৰিলে,

মহীৰামে কানি খোলা নেৰিলে।

হৰি হাজৰিকাৰ পিতেক কৃষ্ণ আৰু মহীধৰ শইকীয়াৰ পিতেক গণ একে বয়সৰ আৰু একেখন পাতচলাত পঢ়ে। বুদ্ধিত কৃষ্ণ চোকা, গণ ভোটা। গণৰ গাত বল বেছি, সেই কথাটো গণই জানে আৰু ব্যৱহাৰ কৰে। কৃষ্ণই গণৰ বল আৰু তাৰ প্ৰয়োগ বৰ তাচ্ছিল্য কৰি উৰাই দিয়ে। ভাবেৰেও প্ৰকাশ কৰে। গণৰ হাজাৰ বল হওক কৃষ্ণৰ সমান নহয়; মন কৰিলে কৃষ্ণই গণক পিহি পেলাব পাৰে। কৃষ্ণৰ এই তাচ্ছিল্য ভাবটো গণৰ বৰ অসহন। কিন্তু গাৰ বল জুখিবলৈ সাহ নকৰে; সুবিধা পালেই কিন্তু ব্যৱহাৰত দেখুৱাই গণই কৃষ্ণক গণ্যকে নকৰে। এনে ব্যৱহাৰত তিতা লাগি এদিন কৃষ্ণই মাকক গোচৰ দিলে,—"বৌটি চা, মই হলে গণ-ফন নেজানো, মই তাক মাৰিম।" মাকে কাৰণ সোধাত কলে, "সি মোক জোকাই থাকে।" মাকে চঞ্চল হৈ আদেশ দিলে, "মণি, তোৰ নিচিনা লৰাই গণৰ গাত হাত লগাব নেপায়, তই গণক পুতৌহে কৰিব লাগে।" অন্তৰীক্ষৰ পৰা হৰি হাজৰিকাই শুনি মাত দিলে,—"কৃষ্ণমণি" —"গৈছো দেউতা" বুলি লগ ললে; "কি বুলি জোকায়" সোধাত সৈ কাঢ়িব লগা হল। "মোক শুনাই শুনাই গাত নাই চাল বাকলি, মদ খাই তিন টেকেলি বুলি গায়"; দেউতাকে শুনি পিতেকক বুজাই দিলে, গণ মাউতৰ লৰা, শিক্ষা পোৱা নাই, সেই কাৰণে ভাল ব্যৱহাৰ কৰিব নজনা স্বাভাৱিক।



কিন্তু পাটগিৰী ঘৰৰ কৃষ্ণই—যাৰ মাক 'ডৌকা চাপৰীৰ' জীয়াৰী, যদি সকলো পাহৰি, গণৰ বেয়া ব্যৱহাৰৰ প্ৰতিশোধ গাত হাত দি লব লগা হয়, তেনেহলে দেউতাক হৰি হাজৰিকাৰ নাক-কাণ কটা যাব, মানুহৰ আগত মুখ দেখুৱাব নোৱাৰা হব। গণৰ ব্যৱহাৰৰ দোষ থাকবই, কৃষ্ণৰ নিচিনা লৰাই সেই কাৰণে গণক পুতৌ কৰিব লাগে আৰু সুবিধা পালে শুধৰাব লাগে। তেতিয়াৰে পৰা কৃষ্ণই গণক তাচ্ছিল্যৰ সলনি পুতৌ কৰিবলৈ ধৰিলে, গণই তাচ্ছিল্য ভাব সহিব নলগা হোৱাত মনৰ গধুৰতাৰ লাঘৱ পালে আৰু কৃষ্ণৰ পুতৌ ভোগ কৰিবলৈ আজৰি পালে। এতিয়া গণ কৃষ্ণৰ স্নেহ প্ৰাৰ্থী, ব্যৱহাৰত কৃষ্ণৰ শলাগ বাঞ্ছা কৰে,—"ছিঃ গণ" বুলিলেই শুধৰাই লয়।

কৃষ্ণৰ বুদ্ধি চোকা কাৰণে পাতচলা স্কুলৰ পৰা ৩৲ জলপানী পাই পাছ কৰিলে। গণৰ বুদ্ধি ভোতা কাৰণে ফেল কৰি স্কুল এৰি দিলে। ৩৲ জলপানী পোৱাত হৰি হাজৰিকাই সাহ কৰি জিলাৰ (ইংৰাজী) স্কুলত ভৰ্ত্তি কৰি দিলে আৰু বোৰ্ডিঙত থাকিবৰ ব্যৱস্থা কৰিলে। ইতিমধ্যে উপাৰ্জ্জনৰ আৰু এটা বাট মুকলি হল,—বিয়াই-সবাহে পাখিলীয়ে আৰ্জ্জিবলৈ ধৰিলে। কৃষ্ণক জিলা স্কুলত দিয়া দেখি মহীধৰ শইকীয়ায়ো জিলাত ঘৰ এটা লৈ চাকৰ ৰাখি গণক স্কুলত ভৰ্ত্তি কৰি দিলে। একে গাঁৱৰ দুটা সমনীয়া লৰা আকৌ চহৰত লগ লাগিল,

নতুন আবহাওৱাত দুয়ো নিজৰ নিজৰ ৰুচি অনুযায়ী বাঢ়ি ফুল ধৰি জকমকাবলৈ ধৰিলে,—বেলেগ বেলেগ ফুলেৰে। গণ কোমল বয়সত পয়চা খোৱা মাষ্টৰ এজনৰ নামমাত্ৰ তত্ত্বাৱধানত, নিজ হাতেৰে পয়চা খৰচ কৰিবলৈ পাই পঢ়াতকৈ বাজে বন্ধুৰ লগত আড্ডা দিয়াত বেচি মন দিবলৈ ধৰিলে। ক্লাচত দুৰ্গতি। গা অসুখৰ আপত্তি দেখুৱাইও লাভ নাই,—মাৰ খাই গাটেই গা "ডালিম" হোৱাতো বেহাই নেপায়। কমলা মাষ্টৰে এদিন কোবোৱাত কৰুণ সুৰেৰে নিবেদন কৰিলে, My body now how do, I হে Know—একো লাভ নহল; লাহে লাহে পঢ়া টান পাই আৰু পঢ়া নকৰাত কমলা মাষ্টৰৰ হাতৰ পিঠিৰে সাধোৱা চৰ আৰু টান পাই স্কুলকে এৰি দিলে। বন্ধু কৃষ্ণৰ "ছিঃ গণ" ৰে শুধৰনীৰ একো কাম নিদিলে,—"হেৰ মই নোৱাৰো, কি কৰিম?" দিনটোৰ আজৰি সময় কটাবলৈ গণৰ যোগ্যৰ নামকটা চিপাহী বন্ধু লগ লাগিল, টাং গুটি খেলে, খুপি খেলে, চিৎ পৎ খেলে,—সময় কাটি যায়। স্কুল এৰাত কৃষ্ণৰ লগ পাতলিল, তাৰ লগতে পুতৌ ভোগ কৰা সুখ কমি আহিল, "ছিঃ গণৰ" ভয় নোহোৱা হল; এনে অৱস্থাত লগৰীয়া সকলৰ লগত গণ অধঃপাতে যাব লাগিছিল কিন্তু নগল; ৰক্ষা কৰিলে ওস্তাদ তেৰে ভালাই।

হিন্দিত শুভেচ্ছা বাচক কথা এষাৰ আছে,—"ঈশ্বৰ তেৰা ভালা কৰে।" কিছুমান মানুহৰ এই কথাষাৰ ব্যৱহাৰত ক্ষয় পাই মুদ্ৰাদোষত পৰিণত হয়গৈ, কথাই কথাই "তেৰে



ভালা" ব্যৱহাৰ কৰে। সামান্য ভাবে উনুকিয়ায় যদিও আদি বাক্যৰ শুভেচ্ছা ঢাক খায়। কিছুদিন ধৰি বজাৰৰ সৰু কোঠা এটা ভাড়া লৈ এজন ডেকা মানুহে এখন কমাৰ শাল পাতি প্ৰতিপত্তি লাভ কৰিছিল; বন্ধুকো ভাল কৰিছিল। গধূলা আজৰি হৈ দোকান বন্ধ কৰি বজাৰৰ ডেকাসকলৰ সৈতে ব্যায়াম কৰে; ডেকাসকলক কুস্তি শিকায়, সময়ত এই অনুষ্ঠানটোত সুন্দৰ আখৰা হয়। ওস্তাদ সেই কমাৰজনৰ, কথাই কথাই, খঙতো আনন্দতো, তেৰে ভালা মুদ্ৰাদোষ হয়। আগেয়ে যি নাম আছিল, সকলোৱে পাহৰি নতুন নাম ওস্তাদ তেৰে ভালা হল। বজাৰৰ গাহৰি বুলি ডেকা এজন ওস্তাদ তেৰে ভালাৰ আলধৰা, কমাৰ শালতো আৰু আখৰাতো। এদিন বজাৰৰ দাঁতিত নিৰলা বাট এটাত কেজনমান ডেকাই খুপি খেলিছিল; আমাৰ গণও আছিল। গাহৰিয়ে বেইমানী কৰা ধৰা পৰিল; তাতে গণই কিলাই বজাৰৰ দাঁতিৰ গেলা নৰ্দ্দমা এটাত পেলাই দিলে। এই মল্লযুদ্ধ অন্তৰীক্ষৰ পৰা ওস্তাদে নিৰীক্ষণ কৰি আছিল; গাহৰিৰ আধামান গাৰে সুঠাম লৰা এটাই ইমান ক্ষিপ্ৰতাৰে হাত-ভৰি প্ৰচালন কৰি ইমান সুচাৰু ৰূপে উদ্দেশ্য সফল কৰা এই চহৰত এই প্ৰথম দেখিলে; আলধৰা গাহৰিক নিজ বলে খাৰৈৰ পৰা উঠিবলৈ এৰি দি সিজন যুজাৰুক থাপ মাৰি ধৰি কমাৰশালৰ ভিতৰলৈ লৈ গল,—গণই এৰাবলৈ চেষ্টা কৰি লোহাৰ নিচিনা হাতৰ মুঠিত ঘহনি খাই কষ্টহে পালে। ওস্তাদে খৰমেৰে আলাপ কৰি সকলো

সম্ভেদ লৈ গণই আখাৰালৈ নিমন্ত্ৰণ জনালে—গণ আখাৰাত যোগ দি অতি কম সময়ৰ ভিতৰতে ওস্তাদ তেৰেভালাৰ প্ৰিয় পাত্ৰ হৈ ব্যায়াম শিক্ষাৰ সকলো অনুগ্ৰহ লাভ কৰিলে—শিক্ষা- ৰ্থীৰ দলপতি হল। আগৰ সেই আড্ডা দিয়া বন্ধু সকল এতিয়া এৰা পৰিল, গণ সমাজৰ ডেকাদলৰ সম্ভ্ৰমৰ পাত্ৰ হল। ভালেই চলিছিল সকলো, কিন্তু এদিন ওস্তাদ তেৰেভালা নিক...শ—কমাৰ শাল পুলিচৰ হাতত, আখাৰাত পুলিচ পিল্ পলাই ফুৰিছে। প্ৰকাশ পালে ওস্তাদ তেৰেভালাৰ আচল নাম ডাঃ মন মোহন আজাদ D. Sc. (Boun)। আজি ৪ বছৰ মান মিৰা- ৎৰ পুলিচে লগ পাবলৈ হাবাথুৰি খাই ফুৰিছে, মুদ্ৰাদোষ "তেৰে- ভালা"ৰ শুংসূত্ৰ পাই অসমৰ পুলিচৰ হতুৱাই খবৰ কৰাইছিল; কিন্তু লগ ধৰিব নোৱাৰিলে। আমাৰ পুলিচে এটা কথাত বৰ বজাৰ পালে, ডাঃ আজাদে কোস্তি শিকোৱাৰ চল কৰি ডেকা কলক বন্দুকৰ মহিমা বুজাই দিলে। ইয়াৰ পাচত আখাৰা জী াকিব নোৱাৰিলে; গণই নিজৰ ঘৰতে আখাৰা পাতি ব্যায়াম বীৰ হৈ কিছুদিন চলাইছিল, গা কৰিব নোৱাৰিলে। বাৰ চফৰ ফুৰি বাইজক ব্যায়ামৰ উপকাৰিতাৰ কথা কৈ ব্যায়াম ীৰ গণনাথে ব্যায়াম দেখুৱাই চমক লগাই আহিল; ইয়াৰ পৰা ায়ে ঠায়ে দুই এখন আখাৰা স্থাপন হল।

কৃষ্ণ স্কুলত ভৰ্ত্তি হোৱাৰ পাচতে তিনি জন মুখিয়াল শিক্ষকৰ জৰত পৰিল। ভালকৈ চিনাকি হবলৈ কমলা মাষ্টৰে এদিন ধিলে, "বাপেৰে কি কৰে"? কৃষ্ণই উত্তৰ দিলে, "হাতী



মাউত।" সন্দেহ ভঞ্জন কৰিবলৈ জেৰাত ওলাই পৰিল, বাপেক হৰি হাজৰিকা, ন দুৱাৰত ঘৰ, পখিলীৰ হাতী মাউত, পখিলীৰ মালিক, মাউত ৰাখিবলৈ পয়চা নাই, সেই কাৰণে নিজেই মাউত। আৰু ওলাই পৰিল, এই হৰি হাজৰিকাৰ সৈতে একেলগে St. Xaviers Collegeত পঢ়ি কমলা মাষ্টৰেও চাহাব হোৱাৰ মতলব কৰিছিল, এতিয়া সেই বন্ধু হৰি হাজৰিকা উৎকট চাহাবৰ পিতেক কৃষ্ণক পৰ্য্যবেক্ষণ কৰি আচৰিত হৈ ম...ন প্ৰকাশ কৰিলে, "চৰগৰ তৰা পোকৰ তোপ খহু"। কৃষ্ণই কোন বুলি সোধাত ব্যাখ্যা নকৰি বন্ধু পুত্ৰৰ গোপনে ৰেহ-ৰূপ চাবলৈ স্থিৰ কৰিলে।

কৃষ্ণৰ চকুৰ দৃষ্টি বৰ চোকা। গাৱঁলীয়া লৰা, ক্ৰিকেট খেলৰ একো নেজানে; এদিন গিৰ্জ্জা ফিল্ডত প্ৰথম বাৰ হাতত বেট লই চাৰিওফালে বল কোবাবলৈ ধৰিলে, যেন দাঘল নালৰ দা খনেৰে কেতুৰী হাবি হে কাটিছে। গেম মাষ্টৰ নিধি বাবুৰ মতে "ক্ৰচ বেট্" কৰা মহা পাপ; কৰবাৰ পৰা আহি দেখে তেখেতৰ নীতিমান ৰাজ্যত এক অজ্ঞাত কুলশীল বান্দৰে দোৰ্দ্ধোৰ দুস্ক্ৰিয়া কৰিছে।

"ইয়াক বধো" বুলি হুঙ্কাৰ দি বলটো কাঢ়ি লই নিজেই ৰণত প্ৰৱেশ কৰিলে; ফাষ্ট দিয়ে, স্ল দিয়ে, অফ্ ব্ৰেক্ দিয়ে, লেগ্ ব্ৰেক্ দিয়ে, শ্বৰ্ট দিয়ে, লং দিয়ে, আউট নহয়, কৃষ্ণই মাষ্টৰৰ মূৰ্ত্তি দেখি ভয়ত ভীষণ ভাবে আত্ম ৰক্ষা কৰি চাৰিওফালে কোবাবলৈ ধৰিলে; যেতিয়া নিধি

মাষ্টৰে, আমনি লাগি বল এৰি হাতেৰেই চৰাবলৈ আগ বাঢ়ি আহিল। তেতিয়া কৃষ্ণই মুক্তি পাই বেট পেলাই কান্দিবলৈ ধৰিলে; নিধি মাষ্টৰক চাৎচ্ দিওঁ,—চমজ্দাৰ মানুহ, উগ্ৰ খঙ পানী হৈ গল, কৃষ্ণক হাতত ধৰি নিলগৰ আম গছৰ তলত বহুৱাই নিচুকাবলৈ ধৰিলে—চিনাকি হল, আলাপ হল, তাৰ পাচৰ পৰা কৃষ্ণৰ শিক্ষা ভাৰ নিজে কৰিলে। পাচত কৃষ্ণ স্কুলৰ কেপ্টেন হৈছিল।

বোকাধাৰিয়ে লৰাবিলাকক মৰম কৰি পঢ়ায়; আৰু বেছি মৰম কৰি পিটে। পিটোতে লৰাটোক বাঁও হাতে আকোৱালি ধৰি গাৰ ফালে গোটাই লই পিঠিত ঢকিয়ায়। বোকাধাৰিয়ে এৰিয়াৰ কোট চোলা এটা পিন্ধে, তলৰ বুতাম কেটা নেমাৰে, সেই কাৰণে চুৰিয়াৰ থোৰৰ ওপৰত পেটৰ চালৰ ত্ৰিভুজ এটা উদং থাকে। কিবা এটা অপৰাধত কৃষ্ণক পিটিবলৈ সাবটি ধৰোতে কৃষ্ণই দুখ পাই বিৰি বুলি চিঞৰি মাৰি দিলে, বোকাধাৰিয়ে হাতীৰ দোৱান নুবুজিলে, বিৰি নকৰিলে; কৃষ্ণই উপাই নেপাই মুখতে লাগি থকা পেটৰ চালৰ ত্ৰিভুজত কামোৰ মাৰি দিলে; বোকাধাৰিয়ে তেতিয়াহে বিৰি কৰিলে! ইয়াৰ পাচত কৃষ্ণক কি কৰা উচিত স্থিৰ কৰিব নোৱাৰি মুখলৈ চাই থাকি শেষত গধূলি ঘৰলৈ নিমন্ত্ৰণ জনালে; কৃষ্ণ গল, বোকাধাৰিয়ে হাতত ধৰি নি পৰিবাৰক ভেটালে, "মোক কামোৰা লৰা এইটো"। মাষ্টৰণীয়ে কৃষ্ণক মৰম কৰি খুৱাই বুৱাই চিনাকি হল;—মাক আছে, বৰ ভাল,



গা ভাল নহয় শুই থাকে; দেউতাক আছে, পঢ়ি থাকে আৰু লাওপানী খায়, হাতীও চলায়—পথিলী বৰ বৰ ভাল, কৃষ্ণক মৰম কৰে, কৃষ্ণ উঠি ফুৰে, তাৰ কথা শুনে, বিৰি বুলিলেই এৰি দিয়ে; শুড়ৰ নোমবোৰে বিন্ধিলে বৰ দুখ পায়। মাষ্টৰক কামোৰা কথাই নুঠিলে,—সেই দিনাৰ পৰা মাষ্টৰণীয়ে পুহিবলৈ মেকুৰী, ছাগলী পোৱালী, ভাটৌ পোৱালীৰ লগতে লৰা এটা পালে। বোকাধাৰিয়ে বিষম সমস্যাত মাষ্টৰণীৰ মতে চলে।

যি সময়ত গণশইকীয়াই ব্যায়াম বীৰ হৈ কোস্তি দেখুৱাই শদিয়াৰ পৰা ধুবুৰীলৈকে মানুহক তবধ লগাইছিল আৰু মানুহৰ পৰা অভ্যৰ্থনা পাইছিল, সেই কালত কৃষ্ণ পঢ়া শুনাত সকলো পিনে প্ৰতিপত্তি লাভ কৰি ইউনিভাৰ্চিটিৰ পৰা মনোনয়ন পাই ফৌজত ভৰ্ত্তি হল।

পুৰা কালত কলিকতাৰ St: Xaviers Collegeত চাহাব আৰু ফিৰিঙি লৰাবোৰক পঢ়িবলৈ দিয়া হৈছিল, কেতিয়াবা অনুগ্ৰহ কৰি নেটিভ খৃষ্টিয়ানৰ লৰাকো দিয়া হয়; অসমৰ পাৰ্ব্বত্য অঞ্চলবোৰত পাদুৰীসকলৰ বৰ প্ৰতিপত্তি; তেখেতসকলে ভৈয়ামতো দুই চাৰিটা খৃষ্টিয়ান কৰা আশা কৰিছিল, সেই কাৰণে অসমৰ পৰা যোৱা হিন্দু ছাত্ৰকো St: Xaviers কলেজত ভৰ্ত্তি কৰিছিল, যদি কেনেবাকৈ কেতিয়াবা এটা বগৰাব পাৰেই। হৰি-হাজৰিকাক তেনে আশাত Xaviers অত ঠাই দিয়া হৈছিল। হৰি হাজৰিকাই সেই আশা পূৰণৰ চিন দেখুৱাইছিল—চাদনি-

চোকৰ ৭৲ টকীয়া কোট পেণ্ট পিন্ধি ফিৰিঙি লবাৰ লগত ফুৰি বাটত বঙালী মানুহক কিলাকুটিয়াই You babu বুলি ঠেলি ফুৰে। European only third class ৰেলত যায়। European only লেখা বেঞ্চত পাৰ্ক আৰু ৰেল ষ্টেচনত বহে, নিজকে সম্পূৰ্ণ চাহাব নহলেও ফিৰিঙি বুলি মানুহে ধৰি লব বুলি ...গৌৰব অনুভব কৰে; ইয়াৰ পাচত সেই সময়ৰ তেনে বিধ ...কা মহলৰ ৰীতি অনুযায়ী ফিৰিঙনী চোৱালীৰ সঙ হোৱা উচিত আছিল,—নহল—কাৰণ ভাৰতৰ ভাগ্য আকাশত গান্ধী মহাৰাজৰ উদয়।

দক্ষিণ আফ্ৰিকাৰ পৰা মিষ্টাৰ গান্ধী ভাৰতলৈ ঘূৰি অহাৰ পাচত চাহাব মহলত তেখেতক বৰ বেয়া পাইছিল। ভাৰতৰ সকলো অপায় অমঙ্গলৰ মূলত মিষ্টাৰ গান্ধী বুলি ধৰি লইছিল.—'That fella Gendhi, you know;' কলিকতাৰ এভাগ বঙালী মহলে তাকে অনুকৰণ কৰি "ঐ তোমাদেৰ গেঁধো হে" বুলি তাচ্ছল্য কৰে। আমাৰ হৰি হাজৰিকাই তাকে অসমীয়ালৈ তৰ্জ্জমা কৰি মিষ্টাৰ গান্ধীক গেন্ধু বুলি উল্লেখ কৰিছিল; তেতিয়ালৈকে দেখা দেখি হোৱা নায়। সেই বাৰ কলিকতাত বহা জাতীয় কংগ্ৰেছত যোগ দিবলৈ মিষ্টাৰ গান্ধী আহোঁতে, অইন ফিৰিঙি লবাৰ লগত আমাৰ হৰি হাজৰিকাও গৈছিল তামাচা চাবলৈ। গান্ধী মহাৰাজক দেখা পাই যেতিয়া কলিকতাৰ বিশাল জনতাই, "গান্ধী মহাৰাজকী জয়" বুলি গিৰ্জ্জনি মাৰি উঠিল,



তেতিয়া বৰ আচৰিত কথা এটা হল। নভবা নিচিন্তাকৈ, স্থান কাল পাহৰি, ফিৰিঙি শাৰীৰ মাজৰ পৰা হৰি হাজৰিকাই চিঞৰি উঠিল, "গান্ধী মহাৰাজকী জয়"। নিজে আচৰিত হল, সঙ্গীবোৰ আচৰিত হল, আৰু জনতাৰ বঙ্গালী সকলো আচৰিত হল, "ঐ দেখ; ফিৰিঙ্গিৰাও জয়েন কৰেছে"। ইয়াৰ পাচত অৱশ্যে হৰি হাজৰিকাই চামলাই ললে, কিন্তু প্ৰবল ইচ্ছা সত্বেও ফিৰিঙ্গি যে নহয়—সেই ভুলটো ভাঙি দিবৰ ... নহয় গোটাব নোৱাৰি মনত বৰ দুখ পালে। অজামিল মৰণ সময়ত পিতেকৰ নাম লৈ যমদূতৰ হাতৰ পৰা উদ্ধাৰ পোৱাৰ দৰে, সেইদিনা জনতা ভাবত আক্ৰান্ত হৈ আবেগত উচ্চাৰণ হোৱা "গান্ধী মহাৰাজকী জয়" মন্ত্ৰই হৰিনাথক ডাঠ নিৰ্দ্দেশ দি উদ্ধাৰ কৰিলে, হৰিনাথৰ মনত পৰিল পাটগিৰী ঘৰৰ পয়োভৰ, বিবাহিতা পত্নীৰ কথাই কথাই সংস্কৃতৰ শ্লোক। ঘৰলৈ উভতি আহি গান্ধী মহাৰাজৰ কথা ভাবিবলৈ ধৰিলে।

হৰি হাজৰিকাই গাৱঁৰ কাৰো ঘৰলৈ যাবলৈ ভাল নেপায়; কাৰোবাক লগ পাবৰ হলে পথুলি মূৰৰ পৰা মাত লগাই থিয়ই থিয়ই কথা পাতি গুচি যায়। স্বাধীনতা আন্দোলনত প্ৰথম গান্ধী মহাৰাজ অসমলৈ অহা কথা শুনি, মহীধৰ শইকীয়াৰ পথুলীলৈ আহি মাত দিলে, "ফান্দি আছা নেহে?" মহীধৰে আজি কালি ফান্দি উপাধি বৰ্জ্জন কৰিলে, কোনোবাই ব্যৱহাৰ কৰিলে খং উঠে, এই কথা গাৱঁৰ মানুহে জানে, হৰি হাজৰিকাই নুবুজে। এতিয়া মহীধৰে শুনি খঙতে

"এঃ মদপীটো ওলালহি" বোলা গোৰগোৰনিটো মাৰ যোৱাৰ পাচত উত্তৰ দিলে; "হয় আছোঁ, আহক"। "নাই নবছো, কথা এটা শুনিছানে ? আমাৰ ইয়ালৈ গেন্ধু মহাৰাজ আহিব হেনো ? অ, দেৱেকা, মই দেখাই নাই, How are the thieves ?" কাৰণ ফান্দিৰ লগতে মেল মাৰি থকা বাঠু দেৱেকাক দেখিলে।

[illegible] ভালেমান দিনৰ আগত আমাৰ এগৰাকী প্ৰতিস্থাবান সাহিত্যিকে ইংৰাজী Inferiority complex অৰ পৰা অনুপ্ৰাণিত হই "নীচাত্মিকা" বুলি কথা এষাৰ প্ৰসৱ কৰি অসমীয়া ভাষা চহকী কৰিলে। অসমীয়া ভাষাত মনোবিজ্ঞানৰ চৰ্চ্চা কম কাৰণে নীচাত্মিকা ইমান দিনে চেচুকত পৰি পয়া লাগি আছিল। সিদিনা "ৰামধেনুত" (৫ম বছৰ চতুৰ্থ সংখ্যা) বৈজ্ঞানিক এগৰাকীয়ে চুড়াকৰণ কৰি এতিয়া ৰ'দ কাছ'লিলৈ উলিয়াইছে। বৈজ্ঞানিক আৰু সাহিত্যিক দুয়ো আমাৰ শ্ৰদ্ধা আৰ্জ্জিলে। এই নীচাত্মিকা, (inferiority complex) অৰ আৰু এটা ৰূপ দৃষ্টি অগোচৰত বই গ'ল,—এই ৰূপটো সমাজৰ ভয়ানক শত্ৰু—সকলোৱে চিনি ৰখা উচিত। Inferiority complex ৰ hyper compensation। অসমীয়া ভাষাত দুয়োষাৰ কথাৰে অলপ মাত্ৰ চিনাকি দিয়ে, "ওফন্দি গঙ্গা তোপ" আৰু "নিচ লোকে উচ পদ পাই টেৰিয়াকৈ পাগ মাৰি ঘূৰি ঘূৰি চায়"। দুয়োটা লগ লগাব পৰা হলে Hyper compensation ৰ ভালে খিনি চিনাকি দিব পাৰিলে হেতেন।



বাঠু দেৱেকা, বাঠুৰাম মহন্ত পুলিচৰ চাব্‌ইনিচপেক্টৰ, এতিয়া এই অঞ্চলৰ থানাৰ গৰাকী, অতীজতে ৰবি পণ্ডিতৰ পাতচলাত হৰি হাজৰিকাৰ সহপাঠী, ওচৰ গাঁৱতে ঘৰ, তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ পণ্ডিতৰ প্ৰিয় আছিল; কিন্তু বৃত্তি পৰীক্ষাত হৰিনাথে হে জলপানী পালে; ইয়াতে বেজাৰ পোৱাত বুঢ়া ৰবি পণ্ডিতে শান্তনা দিলে, "বোপাই একো বেজাৰ নকৰিবি নইয় মনত ৰাখিবি যিমান লাও বাঢ়ে পাতৰ তল"। এই ন[illegible] বাঠু মহন্তৰ কোমল মনত নীচাত্মিকাৰ বীজ পচালে। ৰবি পণ্ডিত মৰি গল; নজনাকৈয়ে সমাজ আৰু বাঠুৰ কিমান অনিষ্ট কৰি থৈ গল কবই নোৱাৰিলে। বাঠু চোকা লৰা, পঢ়া শুনা কৰি পুলিচত কাম পালে,—সেই সময়ৰে পৰা হৰিনাথে বন্ধুক দেৱেকা বুলি মাতিবলৈ ধৰিলে। বাঠুৰে চোকা বুদ্ধিৰে বাল্য কালত পচোৱা নীচাত্মিকাৰ অঙ্কুৰিত গুটিৰ ফল ইমান দিনে Compensate কৰি আহিছিল,—দুয়ো বাল্য বন্ধুৰ ভিতৰত সদভাৱ, মিলা-প্ৰীতি অক্ষুন্ন আছিল, দাৰুকা কাম পোৱাৰ লগে লগে ক্ৰমান্বয়ে ওফন্দিবলৈ ধৰিলে—ইমান দিন তীক্ষ্ণ বুদ্ধি প্ৰয়োগৰ প্ৰতিক্ৰিয়া;—দেৱেকা বুলিলে বৰ বেয়া পায়; আগেয়ে হলে চিধাচিধি কই দিলে হেতেন "দেৱেকা নুবুলিবি"—এতিয়া নজনালে, মাত্ৰ গোপনে ওফান্দবলৈ ধৰিলে; তাৰ ওপৰত হৰিনাথে লগ পালেই How are the thieves বুলি প্ৰশ্ন কৰে, কাৰণ হৰিনাথে জানে দেৱেকাই বৰ পৰিশ্ৰম কৰি নিপুণতা দেখুৱাই চোৰ কেটামান ধৰি

নাম কৰিলে, — তেতিয়াৰে পৰা ধাৰণা এটা পোষণ কৰি আছে যে দাককাবোৰৰ চোৰৰ সৈতে কাৰবাৰ। বাঠু দেৰেকাই দুই এবাৰ ভুলটো শুধৰাবলৈ চেষ্টা কৰিছিল কিন্তু হৰিনাথৰ মনত সোমালেও বেছি সময় নেথাকে। এতিয়া ফান্দিৰ ঘৰত চোৰৰ বতৰা সোধাত ধমকি দি উঠিল,—"কেনেকৈ ক[illegible]নিম, তোৰ চোৰৰ কথা"। হৰি হাজৰিকাই কেনেবাকৈ [illegible] পালে, কিবা কথাত বন্ধুৰ খং উঠিছে। No offence, No offence বুলি চুণ খোৱা জেঠিৰ নিচিনা হৈ গুচি গল। দেৰেকাই ফান্দিকে গোচৰ দিলে, —"দেখিছানে ফিটাহিটো? মোৰ বুলিবলৈ ছুটা ফুটা কড়ি নাই,—ফুৰে যেন লাট চাহাবৰ বেটা"।

গান্ধী মহাৰাজৰ স্বাধীনতা আন্দোলনত বেলেগ বেলেগ মানুহৰ ভাগ্য চক্ৰ বেলেগ বেলেগ ফালে ঘূৰিলে; প্ৰথমবাৰ গান্ধী মহাৰাজৰ অসম ভ্ৰমণত হৰি হাজৰিকাই বহু পয়চা খৰচ কৰি বহু যত্নেৰে শিকা বহু কলীয়া দস্তুৰ, মদ খোৱা এৰি দিলে; "তেন ত্যক্তেন ভুঞ্জিথা"। বাৰীত কপাহ খেতি কৰি ঘৰত বোৱা কাপোৰ ব্যবহাৰ কৰিবলৈ ধৰিলে, সেই কাপোৰ আঠুমূৰীয়াকৈ পিন্ধি গাঁৱে গাঁৱে ইংৰাজ খেদোৱা বক্তৃতা দিবলৈ ধৰিলে। মহীধৰ শইকীয়াই গানিং চাহবৰ প্ৰিয়পাত্ৰ হৈ ৰায় চাহাব উপাধি পালে। বাঠু দেৰেকা স্বাধীনতা আন্দোলন তদাৰকত নাম কৰি C.I.D. ভুক্ত হল। গান্ধী মহাৰাজে যেতিয়া দেশবাসীক চৰম ত্যাগ কৰিবলৈ



আহ্বান জনালে,—হৰি হাজৰিকাই চৰম ত্যাগ কৰিলে,— পখিলীক উৎসৰ্গা কৰিলে,—"আই অ' পখিলী, দেশ উদ্ধাৰ কৰগৈ" "তেন ত্যক্তেন ভুঞ্জিথা"। ৰায় চাহাব মহীধৰ শইকীয়াই ডাঙৰ মদৰ দোকান এখন পাই আৰু ধনী হ'ল। বাঠু দেৰেকাই অজান কামত নাম কৰি টেৰিয়াকৈ পাগ মাৰিবলৈ ধৰিলে; ১৯৪২ চনৰ বিপ্লৱত হৰি হাজৰিকা অনিৰ্দিষ্ট কাললৈ ফাটেক সোমাল। পিতেক যুদ্ধত মালয়াত নিৰু[illegible] নহয় ৰায় চাহাব মহীধৰে ৰায়বাহাদুৰ হবলৈ বাট চাব[illegible]ও স্বৰ্গী হল। গণই মিলিটাৰি ঠিকা লই আৰু ধনী হল। বাঠু দেৰেকাই দমননীতি প্ৰচলনত দক্ষতা দেখুৱাই ৰাজ দৰবাৰত নাম কৰিলে,—এতিয়া টেৰিয়া পাগটো নিজেতো ঘূৰি ঘূৰি চায়েই—লোককো চাবলৈ জোৰ আহ্বান জনায়।

যুদ্ধ শেষ হোৱাৰ পাচত হৰি হাজৰিকা ফাটেকৰ পৰা ওলাই আহি বেমাৰী পৰিবাৰক এমাহ কাল শুশ্ৰূষা কৰি অন্ত্যেষ্টি ক্ৰিয়া কৰিবলৈ পালে। ফাটেকিয়াল অৱস্থাত মাকৰ মৃত্যু হোৱাত সিমানখিনি ভাগ্য ওলাল। পত্নী বিয়োগত "মণী হাৰা ফণী" হৈ কণামুণাকৈ কাল কটোৱাৰ পাচত যেতিয়া দেশে চৰম বলী গান্ধী মহাৰাজক ললে, তেতিয়া হৰি হাজৰিকাই পোহৰ পালে, —"ঈসা বাচ্যং ইদং গাঁৱে যৎকিঞ্চ জগত্যং জগত"। খদৰৰ টোপোলা এটা আপনে সেই পোহৰত দেখা বাটত খোজ ললে, এতিয়াও হয়। লৈয়েই আছে!

এবছৰ মান পাচত মেজৰ কে-এন-হাজৰিকা বাৰ্ম্মাৰ বাটেদি ঘৰলৈ বুলি খোজ কাঢ়ি আহি থাকোতে স্বাধীন ভাৰতৰ ফৌজী চিপাহীয়ে কয়েদ কৰি বিচাৰৰ নিমিত্তে পল্টনি আদালতত পেচ কৰিলে। বিচাৰত নিৰ্দ্দোষ প্ৰমাণ হল যদিও, ভালেখিনি কালৰ সন্ধান সন্তোষজনক নহল। ঘৰলৈ উভতি অহাৰ পাচত অজ্ঞাত ভাবে পুলিচৰ তীক্ষ্ণ দৃষ্টিত থাকিব লগা হল। দেউতাক ... যোৱা আৰু মাক ঢুকুৱাৰ খবৰ আগেয়ে পাইছিল, ... ঘৰলৈ আহি বৈমাত্ৰিয় দদায়েকৰ পৰা দেউতাকে ৈ যোৱা চিঠি এখন পালে। কৃষ্ণ হাজৰিকাৰ সকলো বিপদত স্থিৰ মনত এই চিঠিয়ে ভালেখিনি আলোড়ন কৰিলে! বহুত কথা মনত পৰিল, মাকৰ, "মণি নজনাক পুতৌ কৰিবি," দেউতাকৰ, Don't be stupid boy, all men cannot be born equal, man is extremely selfish, wishes he his happiness alone, neighbours partake of it by contributing towards it. দেউতাকে লাওপানী খোৱাৰ পাচত ইংৰাজীতে দিয়া উপদেশ, ইয়াৰ লগত ৰিজাই চালে যোৱা ...কবছৰৰ অভিজ্ঞতা,—মালয়, জাপান, চীন,—Maximum happiness for maximum number—Neo culture—Dialactic materialism। দেউতাক উভতি অহা আশা নাই বুলি চিঠিৰ পৰা জানিও এইটো এতিয়া পৰিষ্কাৰ বুজিলে—পৈতৃক ভেটিত মো... নাই। সকলো দদায়েকক গতাই দি দেশৰ অৱস্থা বুজিবলৈ ওলাই পৰিল। গোটেই ভাৰতবৰ্ষ ফুৰিলে,



বহুত বন্ধুক "জয় হিন্দ" কলে, বহুত নেতাক "নমস্তে" কৰিলে, খাদৰৰ পায়জামা পাঞ্জাবী পিন্ধি, মূৰত গান্ধী টুপি লই মন্ত্ৰী বিষয়া সকলৰ সৈতে মেল মাৰিলে, যি দেখিলে তাত হতাশ হ'ল, সকলো মুখা পিন্ধা। এনেবিধ স্বাধীনতা লাভ কৰিবলৈকে বৃটিছ ফৌজৰ পৰা গই নেতাজীৰ I. N. A. গঢ়িছিল নে? এই স্বাধীনতাৰ কাৰণে স্বাং কাই শ্বেকৰ ফাটেকৰ পৰা পলাই মাও চি টুঙৰ বাহিনীত সোমাইছিল নে? ইয়াৰ নিমিত্তেই ম... নহয় গান্ধীয়ে প্ৰাণ দিলে নে? ইয়াৰ নিমিত্তে দেউতাই প... উৎসৰ্গা কৰিলে নে? ইয়াৰ নিমিত্তেই দেউতাই সুদীৰ্ঘ কাল ফাটেক খালে নে? কেতিয়াও নহয়, কৰবাত ভুল হৈছে। এই সমস্যাৰ সমিধান বিচাৰি বিচাৰি আকৌ অসম পালেহি। ব্যৱস্থা এটা লবলৈ যন্ত্ৰও এটা গঢ়িছিল, বাঠু দেৰেকাই ব্যৱহাৰ কৰিবলৈ বৰ বাধা দিলে। বাঠু দেৰেকা এতিয়া B. R. Mahanta Esq I. P.—চোৰাং চোৰা বিভাগৰ বৰ মূৰীয়া। তেওঁৰ অনুৰোধ মতে চৰকাৰে Preventive Detention Act প্ৰয়োগ কৰি কৃষ্ণ হাজৰিকাক কয়েদ কৰিবলৈ পাইতাৰা কৰোতেই কৃষ্ণ হাজৰিকা অদৃশ্য হল। চৰকাৰে ধৰি দিওঁতাক ৫০০০, টকা পুৰস্কাৰ ঘোষণা কৰাতো একো ফল নহল। বাঠু দেৰেকাৰ অনুচৰৰ মাজতে কমৰেদ কৃষ্ণ হাজৰিকাই গাঁৱে গাঁৱে ফুৰি সমাজ গঠনত মন দিলে; হাট বজাৰত গোপনে সঙ্গীসকলক লগ ধৰি খবৰ আদান প্ৰদান আৰু ব্যৱস্থা কৰা হয়।

মদৰ মহলত পঃচা কৰি হোৱা ধনী, ভূতপূৰ্ব্ব ব্যায়াম

বীৰ গণনাথ শইকীয়া বৰ্ত্তমান চৰকাৰৰ বিশ্বাসৰ পাত্ৰ ; দৰকাৰ বুজি চৰকাৰী বিষয়াক ধন ধাৰ দি সহায় কৰে ; গণ কেবাটাও যানবাহন কোম্পানিৰ মালিক;—বহুত বাছ, লৰী চলায় ; এই সূত্ৰে গণৰ সকলো হাট বজাৰত কাম থাকে,—সেই কাম গণই নিজে তদাৰক কৰে। এই কামতে এদিন ডিমাকুচি হাটত উপস্থিত হৈছিল। সেই দিনাই বাঠু দেৰেকাৰ অনুচৰ ক... ভিতৰুৱা খবৰৰ ওপৰত নিৰ্ভৰ কৰি কমৰেদ কৃষ্ণক ...পাবলৈ হাট কৰা চলেৰে বেপোচাকী হৈ ডিমাকুচি হাটত পিনপিনাই ফুৰিছিল ; সেই দিনাই বন্ধু, সহপাঠী মিষ্টাৰ বঙ্কিম দাস বি,এ প্ৰপাইটৰ—Roqutem Citrus Farm—তেখেতৰ চোটনাগপুৰী মজদুৰ পৰিবাৰ আৰু কণ্যাৰ সহ-যোগত নেমুটেঙাৰ পোহাৰ দিছে ; সেইদিনা বিড়ি কোম্পানিৰ নটুৱা লৈ হাৰমনীয়াম কান্ধত বান্ধি বিড়ি কোম্পানিৰ বিষয়া ৰামচৰণ জীয়ে বিড়িৰ গুণ গান কৰি সেই হাটতে নটুৱা নচুৱাই-ছিল। সেই দিনাই জং বাহাদুৰ, ভুটীয়া লামা, ডম্বুৰু বজাই বিকট সুৰেৰে বৌদ্ধ কীৰ্ত্তন কৰি হাটত মাগি ফুৰিছিল ; সেই দিনা ডাঃ আহমদ নিজে আহিব নোৱাৰাত তেখেতৰ হাতৰ স্বদেশী ঔষধৰ পোহাৰত তেখেতৰ নতুন আলধৰা জনে ঔষধ বেচিছে। ১২ মান বজাত হাট গধুৰ হয়, ১৫ হেজাৰ মান মানুহ গোট খায়। বাগিচাৰ মাজৰ হাট, বনুৱাৰ সংখ্যা বেছি ; সেই ছেগ লই বনুৱা নেতাসকলে বাগিচাৰ ট্ৰাকৰ ওপৰত উঠি নেতাগিৰি কৰিছে ; বজ্ৰৰাজ দাস উৰীয়া বনুৱাৰ



নেতা—ট্ৰাক এখনত উঠি ওজস্বিনী উৰীয়া ভাষাত "লেকচাৰ" জাৰিছে। এবাৰ বক্তৃতা স্থগিত ৰাখি স্বদেশী ঔষধৰ দোকানত মাত ভঙাৰ কাৰণে কাবাব-চিনি খাই গলহি ; মাজতে বিড়ি বিষয়াই বিড়ি হুপি সেই দোকানতে "ডাকট"ৰ ঔষধ খালেহি ; ভুটীয়া লামাৰো গান গাঁওতে মাত ভঙাত ভিক্ষা লব্ধ পয়চা খৰচ কৰি ঔষধ কিনিব লগা হ'ল ; বাবু বঙ্কিম দাসে খহুৰ ঔষধ কিনিলে ; ব্যায়াম বীৰ গণ শইকীয়াক নহয় কাৰণত ভোমোৰা গুটি দৰকাৰ হল, কোনোবাই ডাঃ আ... ন... স্বদেশী ঔষধৰ দোকানত আছে বুলি খবৰ দিয়াত—সেই দোকানতে ভোমোৰা গুটি কিনিবলৈ আহক ! "লিখিতং ললাটে" কোনে খণ্ডাব ! কলে, "এপোৱা ভোমোৰা গুটি দিয়া" ; দোকানী নতুন, ভোমোৰা গুটি চিনিও নেপায় আৰু ক'ত আছে কবও নোৱাৰে, বিমোৰত পৰি সহজ উত্তৰ দিলে—নাই ; ব্যায়াম বীৰ আচৰিত হল, তাৰ উপৰিও মাতৰ সুৰত মনত এদাল অজান তাঁৰ বাজি উঠিল, চকুৱাচুকি হোৱাত বহুদিনীয়া চিনাকি—পুতৌৰ সহাৰ পালে ; দাড়ি আৰু লুঙ্গিৰ আঁৰ ভেদ কৰিবলৈ হাতত থাপ মাৰি ধৰি সুধিলে "তই কৃষ্ণ",—দোকানীয়ে বিৰি হ বুলি অতৰ্কিতে চিনাকি দি আজোৰ মাৰি দিলে,—ব্যায়াম বীৰৰ মুঠি টান পালে ; তাৰ পাচতে ব্যায়াম বীৰ উফৰি গৈ তিনি হাতমান দূৰৰ মাছৰ পোহাৰীৰ পাচিত সোমালগৈ আৰু দোকানী উফৰি গৈ Roqutem Citrus Farm ৰ Stallত পৰিল !

মাছৰ পোহাৰীৰ কটু বাক্যাৱলীত জনতা আকৰ্ষণ হৈ ব্যায়াম বীৰক তদাৰক কৰোতে দোকানীৰ অবস্থা কি হল কোনেও মন নকৰিলে। কৃষ্ণই এই প্ৰথম সঙ্কটত পৰি গণৰ গাত হাত লগাই মাতৃ আদেশ লঙ্ঘন কৰিব লগা হল।

ইয়াৰ পাচত পুলিচে গোটেই হাট বিচাৰ চলোপাত কৰিলে কম্‌ৰেদক লগ নেপালে। সেইদিনা গধূলি মঙ্গলদৈ ...ওলাত ব্যায়ামবীৰ-দেৱেকা সম্বাদ হৈছে; ব্যায়ামবীৰ ... পেচত পৰি কেনেকৈ উফৰি গল, কিমান দুখ পালে, ...তীয়াও গোটেই শৰীৰ দালিম! এনেতে পুলিচ ট্ৰাকৰ ড্ৰাইভাৰ জনে খামত বন্ধ কৰা চিঠি এখন কোনো বাগিচাৰ বৰ মহৰী এজনে দিলে বুলি গণ শইকীয়াক দিলে; গণই খুলি চাই পঢ়িলে,—"ছি ছি"।

# চপনীয়া

নপমুৱা গাঁওখন সৰ্ব্বসাধাৰণ অসমীয়া গাৱঁৰ পৰা ভালে খিনি বেলেগ। সহজে ঢুকি নোপোৱা লুইতৰ চাপৰি এটাত ৩ কুৰিমান বছৰৰ আগেয়ে কেজনমান গাৱঁলীয়া মানুহে ই... পাম লৈ সৰিয়হ খেতি কৰিছিল। মাটি সাৰুৱা পাই... খেতিলৈয়ো মাতি ভাঙিলে আৰু কেবাখন গাৱঁৰ ম... মাটি ললে আৰু বসতি কৰিবলৈ ধৰিলে। ঠাই ডোখৰ দুৰ্গম কাৰণে কালত পুৰণি গাবঁৰ সৈতে সংশ্ৰৱ নোহোৱা হৈ পাহৰি গল আৰু নপমুৱা গাৱঁতে এখন নতুন স্বকীয়া সমাজ গঢ়ি উন্নতি কৰিবলৈ ধৰিলে। এই নতুন সমাজখন ইমান স্বকীয়া হল যে অইন অসমীয়া সমাজৰ নিয়ম কাৰণৰ সৈতে খাপ নেখায়।

নপমুৱা গাঁওখন পাবলৈ তিনিটা সুঁতি পাৰ হব লাগে, বাৰিষা নাৱেৰে বা ম'হৰ পিঠিত; খৰালি সৰু সুঁতি দুটা শুকায়, বৰ সুঁতিত গোটা বাহৰ সাকো দিয়ে। গাঁৱৰ মানুহে সকলো সময়তে ম'হৰ পিঠিত উঠি যাতায়াত কৰে। গাঁৱৰ বাট পদূলি নাই; ম'হ যোৱা বৰডাৰ মাজে মাজে লুংলুঙীয়া বাট বা নাও যোৱা জান। মাটিৰ হাকিমসকল হাতীৰ পিঠিত উঠি চফৰ ফুৰে। স্কুলৰ বৰবাবু জনক এবাৰ

ম'হৰ পিঠিত তুলি স্কুল পৰিদৰ্শন কৰিবলৈ নিয়া হৈছিল। গাৱঁত পাতচলা স্কুল এখন আছে।

গাঁওখনত ৮ কুৰি ঘৰ মান মানুহ আছে, কিন্তু সকলো অ'ত এঘৰ ত'ত এঘৰ, চুক বা চুবুৰী নাই। ইঘৰ সিঘৰলৈ যাবলৈ হলে জান বা পথাৰ বা খাল পাৰ হৈ যাব লাগে,—খোজ কাটি বা নাৱেৰে বা ম'হৰ পিঠিত। খোজ কাঢ়ি যোৱা বাটত [illegible] ঠায়ে ম'হ ঘুলি, তাত গাঁৱৰ ম'হে লেটি লয়। বাৰিষা খাগৰি বাঢ়ি হাবি হয়; খৰালি জাককৰা ম'হে ভাঙি কিছু মুকলি কৰে। মানুহৰ ঘৰে ঘৰে ম'হ; গোণাৰে হাল বায়, মাইকীৰ গাখীৰ হয়। ওচৰৰ হাবিৰ বনৰীয়া ম'হৰ পাল খাই ম'হৰ জাক বাঢ়ি যায়; বনৰীয়া ম'হৰ সতি সন্ততি কাৰণে ম'হবোৰ তেজী, আসৈ পাবলৈ টান। ছাগলীও পোহে। কিন্তু বৰ সাবধানে ৰাখিব লাগে, বাঘ আছে, কেতিয়াবা টঙিৰ পৰাই ধৰি নিয়ে। সদায় সাহ কৰিব নোৱাৰে. কুকুৰবোৰ বৰ চোকা।

লুইতৰ ঢল আহি পলস পেলায়, সেই কাৰণে মাটি সাকুৱা, বাও, আহু, শালি খেতি ভাল হয়। চ'ত বহাগ মাহতে মাটি সমাৰ বাই মৈয়াই থয়; শাওন মহীয়া ঢলৰ পানী চুচিলে পলসৰ ওপৰত ধান বোৱে; ধান অপৰ্য্যাপ্ত হয়। আজিকালি মৰাপাটৰ খেতিও কৰিবলৈ ধৰিছে। খৰালি সৰিয়হ আৰু মাহ খেতি হয়। বাৰীত তামোল পাণ, বতৰৰ খাৰধি হয়; কচু আৰু লাও লেখত লব লগীয়া। বাৰী চুকৰ খালত মাগুৰ কাৱৈ



মাছ পোহে, অকালত ধৰি খায়। চাপৰিত শিমলু গছ আছে; তাৰ তুলাৰ বেপাৰ হয়। গাৱঁৰ উৎপন্ন বস্তু, ধান, সৰিয়হ, মাহ, গাখীৰ, ঘিঁউ, শিমলু তুলা, গোনা ম'হ, ছাগলী ৰপ্তানি হয় আৰু গাৱঁলৈ আমদানি হয় কাপোৰ, লোণ, কেৰাচিন আৰু লোহাৰ বস্তু। বহুত ভাগ বেপাৰ গাৱঁৰ একেখন কেঞা দোকানৰ জৰিয়তে হয়; নাৱেৰে সদাগৰো আহে। বেপাৰৰ বস্তু নহলেও জীয়ৰী, বোৱাৰী বাহিৰৰ পৰা অনা নিয়া হয়; কিন্তু মস্কিল অ[illegible] নহয়। অসমীয়াত কথা এটা আছে, এটা বয়সত বান্দৰীও সুন্দৰী [illegible] নও এই গাওঁখনো মনমোহা হয় ফাগুন মহীয়া, যেতিয়া শিমলু গছবোৰ ফুলে। ছান্দোগ্য উপনিষদত ইয়াৰ জোখৰে উপমা এটা আছে: সূৰ্য্য মণ্ডল অভ্যান্তৰিণ হিৰণ্য পুৰুষৰ চকুযোৰৰ শোভা বৰ্ণনাই কোৱা হৈছে, পদ্ম ফুলৰ নিচিনা, যি পদ্ম ফুল বান্দৰৰ পাচফালৰ দৰে ৰঙা !

'তস্য যথা কপ্যাসং পুণ্ডৰীকমেৱঅক্ষিণী"

১।৬।৭

ফাগুন মহীয়া দূৰৈৰ পৰা গাওঁখন "যথা কপ্যাসম্"। পূৰ্ণিমাৰ পাচত উদয় হোৱা জোন, মাৰ যোৱা বেলিৰ ৰহণৰ উপমা জোখত হুঠে। আৰু এটা সময়ত গাওঁখনৰ সৌন্দৰ্য্যই মন মতলীয়া কৰে আঘোন মহীয়া, যেতিয়া চাপৰিৰ বিস্তীণ সৰিয়হবোৰ ফুলে; এই সুগন্ধ ৰিবৰিবীয়া বতাহৰ সৈতে উমলি ফুৰোতে গাৱঁৰ ডেকা গাভৰুৰ গাত লাগি মনৰ আঁহবোৰ কুমলীয়াই দিয়ে।

এনে এখন গাৱঁৰ মানুহবিলাক যেনে হোৱা উচিৎ ঠিক তেনে। কৰ্ম্মী, বলী, উগ্ৰ স্বভাৱৰ আৰু পোনপটীয়া। ম'হৰ হাল বাই, ম'হ খিবাই মানুহবিলাকৰ প্ৰকৃতি বনৰীয়া ম'হৰ পাল খোৱা ম'হৰ নিচিনা,—উগ্ৰ আৰু অনিশ্চিত। বানপানীৰ মাজতে সুকলমে খেতি কৰি তৰি থাকি সময়ৰ সোঁত বুজে; হাবিৰ মাজত কুকুৰনেচিয়া বাঘৰ সৈতে ৰণ কৰি সাবধান ক[illegible] সাহিয়াল। বেহা বেপাৰ কৰি মানুহবিলাক ধনী,— [illegible] সোণ কিনি পুতি থয়। কেঞা দোকানীয়েও ছল পালে ঠগিবলৈ সাহ নকৰে। তিৰোতা সকলো মুনিহৰ সমানে সমানে চলে। সময় মতে হালোৱা এচাৰি তিৰোতাৰ পিঠিতো পৰে, আকৌ স্থান-কাল-পাত্ৰ চাই মুনিহৰ পিঠিতো পৰে। কথা পতাত মুখৰ বান্ধৰ প্ৰয়োজন নেদেখে; কোৱা কথা ততালিকে আটায়ে বুজাকৈ কয়—ভুল বুজিবৰ ঠাই নেথাকে। লৰা-ছোৱালীবিলাক ভালেমান বয়সলৈকে অবস্ত্ৰ।

এই নপমুৱা গাৱঁৰ ওচৰ চুবুৰীয়া আৰু দুখন গাওঁ আছে। এটা সুতি পাৰ হৈ এটা ডাঙৰ নেপালী সুতি পায়। গাৱঁৰ উজনিত এখন হাবি পাৰ হৈ লুইতৰ পাৰত এখন মিৰি চাং পায়। এই তিনিওখন গাৱঁৰ মাজত মিলাপ্ৰীতি আৰু অহা যোৱা আছে; সময়ত পৰস্পৰৰ সহায়।

অনিৰাম এই নপমুৱা গাৱঁৰ এজন যোত্ৰবান খেতিয়ক। বয়স ৪০ মান হব। উগ্ৰ স্বভাৱৰ সমাজতো এখেত উগ্ৰ বুলি এটা নাম আছে। হালোৱা গোনা ম'হেও সমিহ কৰি



চলে; বাঘে এন্ধাৰে-মুধাৰে বাটত দেখা হলে সসম্ভ্ৰমে বাট এৰি দিয়ে। গাৱঁৰ মানুহে পাৰিলে তেখেতৰ সৈতে কোনো কথাত তৰ্ক নকৰে। সকলোৱে কিন্তু মান কৰে, টানে-আপদে সহায় পায়। অনিৰামে ১৮ বছৰমান বয়সতে দূৰৈৰ এখন গাৱঁৰ ১৬ বছৰীয়া গাভৰু এগৰাকীক পলুৱাই আনি মহা মস্কিলত পৰিছিল। ভালেখিনি পুতি থোৱা সোণ ভাঙি ফাটেকৰ পৰা সাৰিল। পৰিবাৰ কিন্তু চাপৰিৰ হাবি, বা[illegible] নহ[illegible] পানী, ম'হ আৰু গিৰিয়েকৰ উগ্ৰ স্বভাৱ বেছিদিন সহ্য ক[illegible] ন[illegible] নোৱাৰি এটা লৰা আৰু এজনী কেচুঁৱা ছোৱালী এৰি মৰি হাত সাৰিল। মৰাৰ আগতে কিন্তু কাম এটা কৰি মৰমৰ জীয়েকক শত্ৰু শালি গ'ল,—নাম থৈ গল গোলাপী। এই নাম-টোৱেই হ'ল যতকুটৰ ঘাই। পৰিবাৰ ঢুকুৱাৰ পাচত গাৱঁৰ বাঁৰী এগৰাকীক বাতলু ৰাখিছিল, কিন্তু স্থায়ী নহল, গিৰি-য়েকৰ পিঠিত হালোৱা এচাৰি ফুৰাই আকৌ পিতৃ গৃহলৈ উভতি গল। মানুহ গৰাকী গাৱঁৰ বাহিৰে পৰিছিল; প্ৰথা অনুযায়ী বাপেকে ভালেমান পুতি থোৱা সোণৰ মোহৰ যৌতুক দিব লগা হৈছিল। এই গাৱঁৰ চোকা গাভৰু অন্য গাৱঁলৈ উলিয়াই দিব লগা হলে জোখাৰে যৌতুক নহলে ডেকাই এঙায়। যৌতুক লৈ ঘৰ সোমাই গাভৰুৱে গিৰিয়েকৰ পিঠিত এঙোৱাৰ পোতক তোলাৰ কথা কেৱা ক্ষেত্ৰতো মানুহে ফুচফুচুৱাৰ কথা শুনা যায়। এই বাতলু গৰাকীৰ ক্ষেত্ৰতো তেনে এটা প্ৰবাদ আছিল, বাঁৰী হোৱাৰ পাচত লোপ পালে।

অনিৰামৰ দুহাল ম'হ, এহাল নিজে বায় আৰু ইহাল মৰকীয়াই বায়। লৰা ডাঙৰ হলে মৰকীয়া একৰাব বুলি আশা কৰিছিল কিন্তু লৰাৰ ১২ বছৰ মান বয়সত পাল খোৱা ম'হ এজনী বিচাৰি যাওঁতে হাবিত বনৰীয়া ম'হে খুচি মাৰিলে। জীয়েক গোলাপীক, মেখেলা পিন্ধাৰ পাচত গাৱঁৰ পাতচলাত পঢ়িবলৈ দিছিল; তেতিয়াৰে পৰা বেচেৰীৰ দুখৰ পৰ্ব্ব আৰম্ভ হল। ...ষ্ট লৰাবিলাকে যেতিয়া নামটো জানিলে, জোকাবলৈ আৰম্ভ ...িলে—বাঃ বাঃ গোলাপী, মোৰ লগত ওলাবি। স্কুল ...ৰ পাচত লৰা আৰু ছোৱালীৰ ভিতৰত আচোৰা বাকোহাৰ ৰণ হবলৈ ধৰিলে; গোলাপীয়ে অতি কম সময়ৰ ভিতৰতে বাকোহা ৰণৰ নিমিত্তে এটি ছোৱালীৰ দল গঢ়ি তুলিলে। ছোৱালীবিলাকৰ নখ দীঘল কাৰণে চকু যোৱাৰ মায়াত লৰাৰ দলে সম্মুখ সমৰ এৰি নিলগৰ পৰা বাক্য-বাণ প্ৰয়োগ কৰি তাতো জয়লাভ কৰিব নোৱাৰি এৰি পেলালে। ইতিমধ্যে গোলাপীৰ বুকুত কাপোৰ লব লগা হোৱাত স্কুল এৰি দিলে। ঘৰত গোলাপীয়ে বাপেকক ভালেখিনি সহায় কৰে, ভাত ৰান্ধে, মৰনা মাৰে, ম'হ বিচাৰি বান্ধে, ম'হ খিৰায়, ম'হৰ পিঠিত উঠি মিৰি-গাৱঁত বেপাৰ কৰে, ধান দায়, ভূঁই ৰোৱে; সমনীয়া ছোৱালীবিলাকৰ ভিতৰত কামে-কাজে জাকত জিলিকা।

পয়মাল এই গাৱঁৰে ডেকা। বাপেক পুহিৰাম চিকাৰীক পয়মালৰ জন্মৰ পাচতে চিকাৰত বনৰীয়া ৰবাই খুন্দিয়াই মাৰিলে।



এতিয়া মাকো নাই, বাঁৰী বায়েকৰ সৈতে থাকে। বাপেক চিকাৰী মানুহ, খেতিত বৰ পাকৈত নহয়; মাটি কেডৰামান ভাঙি খেতি অলপ কৰিছিল। বাপেক মৰাৰ পাচত গোনাহাল তদাৰকৰ অভাৱত বনৰীয়া হল। পয়মাল ডাঙৰ হৈ খেতি কৰিবৰ লগ হয় মৰকীয়া হালেৰে। সেই কাৰণে অৱস্থা স্বচ্ছল নহয়। আগৰ বাপেকে দিয়া নাম কিবা থাকিলেও বায়েকে দিয়া না... হে মানুহে মাতে। চালুকীয়াৰ পৰা ঘৰত যি পয়মাল ... কৰিলে, বায়েকে অতিস্থ হৈ পয়মাল নাম থলে; স্কুলত পঢ়া কেদিন ছাত্ৰ আৰু পণ্ডিতৰ ভিতৰত পয়মাল; স্কুল এৰাৰ পাচতহে শাম কাটিলে। স্কুল এৰি ঘৰৰ কামত লগাৰ পৰা অলপ ঠাণ্ডা। কামেকাজে ভাল; গাত জোৰে বল আৰু সাহ আছে, গোনা-ম'হ চম্ভালিব পাৰে; চিকাৰতো বাপেকৰ নাম ৰাখিছে; বাপেকৰ একনলীয়া খজা বন্দুকটোৰে-গাহৰি মাৰি পয়মাল কৰে। বাঘো ...কে জাঁহিতে মাৰে। দুখীয়া যদিও চাৰিওফালে পয়মাল কৰি ...নিওখন গাৱঁৰ ডেকা মহলত যথেষ্ট প্ৰতিপত্তি লাভ কৰিছে; ...ত সাহপিত তাৰিফ কৰা মিৰি চাওৰ ডেকা জয়ৰাম পেগু পয়মলৰ বিশিষ্ট বন্ধু।

এদিন হাতত দাখন লৈ লুংলুঙীয়া বাটেদি আহি থাকোঁতে ম'হৰ পিঠিত গোলাপীক লগ পালে। গোলাপীক পয়মালে চিনি পায়, গাৱঁত লগো পায়, কিন্তু বয়সৰ ৪ মান বছৰৰ দূৰৰ পৰা কেতিয়াবা মনে, কেতিয়াবা নমনে; যেতিয়াই মনে, তেতিয়া মানসিক প্ৰতিক্ৰিয়া হয়—ঠাচ কৰি চৰ এটা সোধ'লে গোলাপীয়ে

ভেঁ কৰিব নে, নাই বাকুহিবলৈ চেষ্টা কৰিব। কাৰণ গোলাপীয়ে সমনীয়া লৰাক বাকোহাৰ কথা সি জানে। পাটগাভৰু হোৱাৰ পাচতো গোলাপীক লগ পাইছে; আগৰ মানসিক প্ৰতিক্ৰিয়াটো যদিও লাহে লাহে মচ খাইছে, তথাপি স্মৃতিটো ৰৈ গৈছে; সেই কাৰণে ম'হ পোৱালী, গাহৰি পোৱালী আদি নিকৃষ্ট জীৱৰ [illegible]ত থেলি থৈ মাতবোল কৰাৰ প্ৰয়োজন নেদেখে। এইবাৰ [illegible] কিন্তু গোলাপীক নিকৃষ্ট জাতীয় জীৱ বুলি নিজকে ভুৱা দিব নোৱাৰিলে। সম্পূৰ্ণ আত্মনিৰ্ভৰশীল, যৌবনগৰ্বিতা, বুকুত অকামিলা গামোচাৰে গাভৰু গোলাপীক ম'হৰ পিঠিত দেখি পয়মাল থমক খাই ৰ'ল। মনৰ অমীমাংসিত ঢৌৰ আলোড়ন শান্ত হোৱাৰ পাচত মাত দিলে, গোলাপী ক'লৈ গৈছিলি? গোলাপীয়েও পয়মালক চিনি পায়; নাম আৰু মানুহৰ সম্প[illegible] মিলৰ কথাও জানে; এতিয়া সেই নিকৃষ্ট জীৱ, গাহৰি চিকাৰী পয়মালৰ মাত লগোৱা সাহ দেখি ম'হৰ পিঠিৰ পৰা খোজকঢ়া পয়মালক জুমি চাই কি দেখিলে ক'ব নোৱাৰো[illegible] উত্তৰ দিলে,—বুঢ়া মাৰ ম'হ বিচাৰি গৈছিল। এই [illegible]ল নীচ সংশ্ৰৱ সোনকালে ত্যাগ কৰিবলৈ আগ বাঢ়িলে। এনে এটা সমিধান পাই পয়মাল ৪ বছৰ বয়সৰ দূৰত্বৰ পৰা নামি আহি সাদৰ যাচিলে,—বাৰু গোলাপী, মোৰ লগত ওলাবি।

গোলাপীয়ে বুকুত কাপোৰ লোৱা দিনৰ পৰা অনভ্যাসত এই অপমানটো ইমান দিনে পাহৰি আছিল। এতিয়া ডেকা



পয়মালৰ পৰা কথাষাৰ শুনি অপমানে নতুন এটা ৰূপ ধৰিলে; বুকুত ভমক কৰে জুই একুৰা জ্বলি উঠিল, গা পুৰিবলৈ ধৰিলে, মুখ ৰঙা পৰি গল; কিন্তু প্ৰতিক্ৰিয়া আগৰদৰেই হল,—ম'হ কোবোৱা এচাৰি ডালেৰে বাহু দাঙি চতপ চতপ কৰি পয়মালৰ গাত কোব কেটামান সোধাই, গা জুৰাই গম্ভীৰ ভাবে ম'হ খেদি গুচি গল। বাটত যাওঁতে [illegible] মানৰ নতুন ৰূপটোৰ চিনাকি পাই মন উগুল [illegible] লাগিল। বাটত সৰিয়হ ফুলৰ গোন্ধে মন পুলকিত ক[illegible], আনন্দ মনে ঘৰ পালেগৈ।

পয়মাল বেচেৰাৰ মনটো ধীৰপন্থী। পৰিস্থিতি বিবেচনা কৰোতে সময় লাগে। মাৰ খোৱাৰ পাচত কি কৰা উচিত ভাবি থাকোতেই গোলাপী অদৃশ্য হ'ল, কোনো প্ৰতিবাদৰ সময়ো নহল, প্ৰয়োজনো নহল। খং কিন্তু যথেষ্ট উঠিছিল, তিৰোতা ছোৱালীজনীৰ ইমান সাহ! কিন্তু খঙৰ ৰেঙাৰ মাজেদি গোলাপীৰ ৰঙা মুখখনলৈ মনত পৰে। আকৌ পিঠিৰ কোব কেটাও পাহৰা টান। এনে অৱস্থাত কোব খোৱা গাত হাত ফুৰাই দাখন টানকৈ খামোচ মাৰি ধৰি গাটো জোকাৰি খোজ ললে। বাটত সৰিয়হ ফুলৰ গোন্ধে হাত ফুৰাই গা আৰু মন জুৰ কৰিলে। মন লঘু হোৱাত গীত এফাকি গাবৰ মন গ'ল......বিহুৰে বিৰিঙা পাতে ঐ বনৰী; বিহুৰে বিৰিঙা পাত........। শুনে যদি শুনক।

ফাগুন মহীয়া পয়মাল হাবিত শিমলু গছ চাবলৈ গৈছিল।

সি শিমলু তুলাৰ কাৰবাৰ কৰে। ফুল চাই এইবাৰ তুলা কিমান পোৱাৰ আশা, কোন ফালে ফুল ভাল হৈছে, কেতিয়া কাটিবৰ সময় হব চাই তাৰ এটা অনুমান কৰিব। গোটেই শিমলুডৰা ফুলি হাবিডৰা ৰমক-জমক হৈ পৰিছে; পয়মালে শিমলু ফুলৰ শোভাত মগ্ন হৈ থাকোতেই বৰঙানিৰ মাজে মাজে দূৰৈতে আহি থকা দেখিলে ম'হৰ পিঠিত গোলাপী। [illegible]বৰ পিঠিৰ কোবৰ অপমান পাহৰা নায়; সেই কাৰণে [illegible]ন কৰিবলৈ সাহ নকৰিলে; অপমানৰ পোতক তুলিবলৈ অনির্দ্দিষ্ট লোকক সম্বোধন কৰি পথৰুৱা গীতেৰে আহ্বান জনালে,—আইটি অ' জেং খৰি লোৰোং গৈ আহ,..........। এই উদ্ধত ডেকাৰ অশোভন গীতত নিহিত অশ্লীলতাই গোলাপীৰ গাত আকৌ জুই জ্বলাই দিলে, মুখ ৰঙা হৈ গল, "যথা কপ্যাসম্", প্ৰত্যুত্তৰ মাত্ৰ একেষাৰ কথাৰে দিলে, সেয়ে আতি গ'ল। কাৰণ পৃথিবীৰ সকলো হীন অৱস্থা মনতে একেলগ কৰি, সিজাই, তাৰ আৰক কৰি কথাষাৰত ঢালি দিলে,---চপনীয়া!

চপনীয়া সকলো ঠাইতে হীন অৱস্থাৰ আৰক নহয়। সমাজ পতি চপনীয়া কথাষাৰৰ মূল্য বেলেগ। খাচীয়া সমাজত গাভৰুৱে দৰা চপাই লোৱা প্ৰথা; এনে প্ৰথা মালাৱাৰতো আছে। পৃথিবীৰ ৰাজ দৰবাৰত ৰাণীসকলে দৰা চপাই লয়, সন্মানৰ পদ। আমাৰ সমাজত চপনীয়াৰ নিহিত হীনতা ধৰিব নোৱাৰি। তথাপি পাত্ৰ বিশেষে চপনীয়া প্ৰথা সমাজত চলিছে। এসময়ত আমাৰ নগৰ এখনত এই প্ৰথাই ইমান



প্ৰাধান্য লাভ কৰিছিল যে এক অংশক "ঢোক্লা পাৰা" বুলি চিনাকি দিছিল। নপমুৱা পয়মালৰ সমাজতো চপনীয়া হীন অৱস্থা—বৰং অইন সমাজতকৈ চপনীয়াক কঠোৰ চকুৰে চায়। প্ৰাকৃতিক পৰিপাশ্বিকতাৰ অনুগ্ৰহত মানুহবিলাক "মতা", তিৰোতাসকলো মতাৰ সকলো গুণৰ ভাগী। এনে মতাৰ গুণ-সম্পন্ন তিৰোতাক বিয়া কৰি ঘৰলৈ আনি নিজ[illegible] ঘৰ গুৱনী কৰা মতাৰ অপৰিহাৰ্য্য কাম। অৱস্থা [illegible] অইন গাৱঁৰ গাভৰু পলুৱাই আনি ঘৰ কৰা বিধেয়, মতাৰ মতাত্বৰ পূর্ণ বিকাশ পায়। তেনে সমাজৰ সুযোগ্য ডেকা পয়মাল চপনীয়া চপা অসহনীয়; ডেকাত্ব, মতাত্ব আৰু মনুষ্যত্ব তিনিওতে আঘাত কৰে। সেই কাৰণে গোলাপীৰ মুখৰ চপনীয়া কথাষাৰ শুনি দপ্ দপ্ কৰে জ্বলি উঠিল আৰু আত্মহাৰা হৈ চিঞৰি কলে,—পৈয়েৰ যদি চাপিব লাগে বাপেৰৰ ঘৰতে চাপিব ঐ। গোলাপী নিৰবে ফাজৰি কাটি হাবিৰ মাজত অদৃশ্য হল।

চ'ত মহীয়া আগন্তুক বিহুৰ কাৰণে নপমুৱা গাওঁ উথপ্ থপ্। ডেকা গাভৰুৰ মুখে মুখে বিহুনাম। আদহীয়া বুঢ়া সকলেও ডেকা বয়সত গোৱা পুৰণি গীতবোৰ গুণ গুণায়। গধূলি ঢোল পেঁপাৰ মাতে গাওঁ সাজিব। ডেকা গাভৰুৱে আঁৰে আঁৰে বিহু নাচে। পাচত বিয়া কৰাবলৈ এই সময়তে ডেকাই গাভৰু চান্দে, গাভৰুৱে ডেকা চান্দে। মনৰ মিল হলে গাৱঁতে বিয়া হব; থাপ নেখালে আতৰৰ গাৱঁৰ

সৈতে সম্বন্ধ কৰিব লগা হয় ; গোলাপী-পয়মালৰ গাতো বিহুৰ বা লাগিছে। দুয়োৰো মাজৰ আগৰ সম্বন্ধৰ ভালেমান পৰিবৰ্ত্তন দেখা যায়। সংঘৰ্ষণত দুয়োৰো চৰিত্ৰৰ আঁহবোৰ নিমজ হৈছে ; জৈবিক আকৰ্ষণৰ গুণত দুয়ো ওচৰ চাপিব পৰা হৈছে। দন নলগাকৈয়ে এতিয়া কথা পাতিব পাৰে ; সময়ে সময়ে একেলগে থকাও দেখা যায় ; এইটোও আবি... কৰিলে যে উঠঙা-উঠঙি চৰিত্ৰৰ দুয়োৰো খাল বামবোৰ ...খাই যায় আৰু সুত লাগে ; এনে পৰিস্থিতিত ইটোৱে সিটোক এৰি থাকিব নোৱাৰা হ'ল, তাৰ ওপৰত আগন্তুক বিহুৰ বা। গাৱঁৰ মানুহে গাৱঁৰ ভাষাত খাপ খোৱা বুলি ভাবি মিচিকিয়া হাঁহিৰে সমৰ্থন কৰিলে ; অনিৰামো তাৰে লগৰ। অনিৰামে "জেং খৰি" আৰু "চপনীয়া" সংশ্লিষ্ট ঘটনাৰ কথা নেজানে।

অনিৰাম গাৱঁৰ সমৃদ্ধিশালী মানুহ। একেটা পিতেক ঢুকুৱাৰ পাচত সম্পত্তি ভোগ কৰিবলৈ মাত্ৰ জীয়েক গোলাপী। লাহে লাহে যেতিয়া গাভৰু হ'ল, গোলাপীক বিয়া দি উলিয়াই দিয়াৰ কথা ভাবিলেই মনটো ধৰ ফৰাবলৈ ধৰে। সেই কাৰণে নিচলা লৰা এটা চপাই লবলৈ পাঙি থৈছিল। এতিয়া মস্কিলত পৰিল। পয়মাল নিচলা হয়, চপনীয়া হোৱাৰ জোখৰে নিচলা নহয়। বিয়া দি গোলাপীক পয়মালৰ ঘৰলৈ উলিয়াই দিবলৈকো মত নেযায়। বুদ্ধি কৰি পয়মালক মৰকীয়া ললে ; হাল বাওঁতে আসৈ লৈ কথাটো উন্নুকিয়াব।



পয়মালে যেতিয়াৰ পৰা বুজিব পাৰিলে ... নহলে তাৰ জীৱন চাধা ধপাত, তেতিয়াৰে পৰা পাঙিবলৈ ধৰিলে গোলাপীক পলুৱাই নি দেশান্তৰী হবলৈ। কাৰণ সি বুজে অৰি নিচিনা দুখীয়াক অনিৰামে ছোৱালী নিদিয়ে! দেশান্তৰী নহলে উপায় নায় ; পলুৱাই নি গোলাপীৰে সৈতে একে গাৱঁতে থকা বিপদ। ছোৱালী চুৰ কৰা কামত বন্ধু-বান্ধৱৰ সহায় নিতান্ত দৰকাৰ। বন্ধু মহলত এইটো সাব্যস্ত হল যে চুৰ নকৰাকৈ পয়মালে গোলাপীক পোৱা আশা নাই। বেলেগ ... চুৰি কৰা নিৰাপদ প্ৰথাৰ আলোচনা হল ; কিন্তু একো মীমাংসা নহল ; কাৰণ গোলাপীক চুৰি কৰাত সহায় কৰাৰ পাচত বন্ধুমণ্ডল অনিৰামৰ সৈতে একেখন গাৱঁত থকা নিৰাপদ বিবেচনা নকৰিলে। পয়মাল বন্ধুসকলৰ সহানুভূতিতে সম্প্ৰতিকে সন্তুষ্ট হব লগা হল। অনিৰামৰ মৰকীয়া হৈ কি সুবিধা হয় তাৰে বাট চালে ; দিন পালেই খেন পায়।

ঘাই শাক মৰলীয়া। গোলাপীক কুটনীতি পৰিকল্পনাত অনিৰামেও লেখত নললে, পয়মালেও নললে। গোলাপীৰো নিজৰ মতলৱ এটা আছে ; কাকো কৰৰ বা কাৰোবাৰ সৈতে পৰামৰ্শ কৰিবৰ একো প্ৰয়োজন নেদেখে, নিলাজ মতা লৰা-বিলাকেহে এনেবোৰ কথা গাই ফুৰে। গোলাপীৰ কলিজা থৌকিবাথৌ, পয়মালক বুকত সাবটি ধৰিবলৈ পালেহে জুৰ হব। তাৰ নিমিত্তে ভালেখিনি কথা ভাবি মতলৱ কৰি থৈছে ; কাৰ্য্যকৰী কৰিবলৈ ছল চাই আছে। এতিয়া বাপেকৰ মৰ-

বীয়া হৈ থাকোঁতে ডাঙৰ হ'লে সিনি সুচল হব বুলি আশা কৰিছে।

পয়মাল মৰকীয়া সোমোৱাৰ পৰা অনিৰামৰ ঘৰৰ সৈতে সম্বন্ধ ঘনিষ্ঠ হোৱা স্বাভাৱিক। পথাৰত গোলাপীয়ে গৈ আল ধৰে। পয়মালে ঘৰত আহি ম'হ বান্ধে। ম'হ খীৱোৱাত গোলাপীক সহায় কৰে; ম'হ বিচাৰি আনে, ম'হ পোৱালী ...বক কৰে, গোলাপীয়ে দিয়া জলপান খায়, তামোল খায়, ...বা কেতিয়াবা ভাতো খায়; ৰাতি ঘৰলৈ উভতি যায়, ... ৰাতি ভাত খাই ঘৰলৈ উভতি যাবলৈ পাহৰিলে; পুৱা সাৰ পাই চাই! সি চপনীয়া! বেমালুম! গোলাপীৰ স্বৰ্গ-চুকি পালে; অনিৰামে নিজৰ বুদ্ধিক তাৰিফ কৰিলে; পয়মাল বন্ধু মহলত হোৱা বিবিধ ছোৱালী চুৰিৰ প্ৰথাৰ আলোচনালৈ মন কৰি মনে মনে থাকিল। ইয়াৰ পাচত সমাজৰ নীত পালন কৰা হল। তেতিয়াৰে পৰা গোলাপী পয়মাল, ইটোৰ প্ৰাণত সিটো পমি গল,—গাখীৰত যেন গুৰ!

এতিয়া অনিৰামৰ সংসাৰ নদনবদন। খেতিৰ পাচত অনি-ৰামৰ হাত আজৰি; সকলো কথা পয়মালে ভাবে। সুবিধা পাই অনিৰামে অকলশৰীয়া বৰলা জীৱনৰ কথাও ভাবে। বাতলুৰ হাতৰ এচাবিৰ কোৰ মনত পৰিলেই, নলগা জেঙাত হলেও কামত লাগি পাহৰিবৰ চেষ্টা কৰে। থাকিব নোৱাৰি এবাৰ কাছি ভৰষা কৰাৰ চলেৰে জয়নকো লগ ধৰিছিল। জয়ন মানে জয়ন্তী; ভূতপূৰ্ব্ব বাতলু।

ধান কটা হৈ আছে; মৰনাও মাৰি আছে; ন-খাবলৈ এতিয়াও দিন আছে; লখিমীও অনা নাই, ... নেতে পয়মালে কিবা এটা অব্যক্ত কাৰণত দুমোন ধা... জলে! অনিৰামে গম পাই জ্বলি উঠিল,—লখিমী অনা নাই, ন খোৱা হোৱা নাই; পয়মালে এনে অৱস্থাত ধান বেচিবলৈ সাহ কৰিলে! গোলাপীৰ অজ্ঞাতে জোঁৱাই শহুৰৰ ম'হ গুৱাল ভাষাত তৰ্ক হল। ফলত সেই সময়ৰ পৰা পয়মাল নিৰুদ্দেশ। সংসাৰ অচল। পথাৰৰ ধান পথাৰতে ৰ'ল, মৰনাৰ ধান মৰনাতে ৰ'ল, জাকৰ ম'হ জাকতে ৰ'ল, চপাবলৈ পয়... নাই। গধূলি যেতিয়া পয়মাল নায়, গোলাপীয়ে বা... সুধিলে,—বোপাই ঔ পয়মালি কলৈ গল? বাপেকে ভেকাহি মাৰি উত্তৰ দিলে, জানো পৈয়েৰ কলৈ গ'ল। জীয়েকৰ কৰা জেৰাত সৈ কাঢ়িলে—হয়, দন লাগিছিল। 'সি চপনীয়াৰ ইমান সাহ, মোৰ আগতে কলা কুহিঁয়াৰ কাটি আছে!" গোলাপীৰ মূৰত স্বৰগ ভাগি পৰিল; জানিলে পয়মালে তাইক এৰিলে। শহুৰেকে চপনীয়া বুলিলে। জীয়েকৰ শেঁতা মুখলৈ চাই অনিৰামৰ আপচোচ হল; আশ্বাস দিবলৈ যত্ন কৰি কলে,—"আই ঔ, সি লৰা কেতিয়াও তোৰ যোগ্য নহয়। তোৰ নিচিনা ছোৱালী জনীক কোন সতেৰে এৰি যায়? তই দুখ নকৰিবি, আৰু ভাল লৰা এটা চপাই দিম"। ইয়াৰ পাচত কেবাপুৰুষো ম'হ গুৱালৰ সন্ততি অনিৰাম আৰু সেই অনিৰামৰে জীয়েক গোলাপীৰ ভিতৰত যি আলাপ হল, তাৰ পৰা অনিৰামৰ তিনিটা জ্ঞান হল,

য [illegible],— [illegible] গোলাপীক বুকত মেথনি মৰা বেয়া পায়, গোলাপীৰ ব্লাউচ [illegible] পিন্ধাৰ প্ৰবল ইচ্ছা, আৰু ভাষাত গোলাপী অনিবামৰ সুযোগ্যা কণ্যা। জ্ঞান হোৱাৰ পাচত অনিবাম ঘৰত থাকিব নোৱাৰি ওলাই গল। গোলাপী ৰাতিটো কোনো মতে কটাই দোকমোকালিতে ম'হৰ পিঠিত উঠি পয়মালক বিচাৰি গল।

দিকাৰী মিৰি গাৱঁৰ চাওৰ পৰা ডালিমীয়ে আঁতৰতে [illegible] পিঠিত উঠি অহা মানুহজনীক গোলাপী বুলি চিনি পালে। অহা আশা কৰি আছিল, কাৰণ আজি দুদিন পয়মাল সিহঁতৰ চাওত আলহী। এতিয়াও গিৰিয়েক ৰংমনৰ সৈতে মেল পাতি আছে। দুয়ো পৰিবাৰ আগৰে বন্ধু। পয়মাল শহুৰেকৰ হাতত চপনীয়া আখ্যাৰে অপমানিত হোৱাৰ পাচত অনিবামৰ সৈতে একে ঘৰতে বাস অনীতি ভাবি জীয়েক গোলাপীক বলেৰে হলেও কাঢ়ি আনি দেশান্তৰী হোৱাৰ সঙ্কল্প কৰি বন্ধুৰ সহায় বিচাৰি দিকাৰী পাইছেহি। বন্ধুৰ সহায় কিমান দূৰ পাব পাৰি তাৰে আলোচনা চলি থাকোতেই গোলাপী ডালিমীৰ দৃষ্টিভূত হল।

এই ডালিমী আপোনাৰ কান্দুৰী ডালিমী নহয়, ৰাজপুত্ৰৰ প্ৰেমত পৰা বিৰহীও নহয়। এই ডালিমী ভৈয়ামৰ মিৰি ছোৱালী, চতুৰ, মৰমিয়াল, পৃথিবীৰ সুখ-সম্পদৰ ভাগ পূৰা দাবী কৰে, আৰু লবও জানে, ; পাব নলগীয়া বস্তু পাবলৈ আশাও নকৰে, আৰু তাৰ নিমিত্তে কন্দা অদৰ্কাৰী বুলি বিবেচনা



কৰে। দূৰৈতে ম'হৰ পিঠিত বন্ধুৰ মুখৰ অৱস্থা [illegible] লাগিল, তাৰ পাচত দুষ্টালি বুদ্ধিয়ে খুন্দা মাৰি ধৰিলে। কোনো মতে দমাই, দেখি আচৰিত হোৱা ভাব দেখুৱাই, কুমলীয়াকৈ মাত লগালে,—"ঐ গোলাপী, ইংক লালিছোঙ" ? গোলাপীয়ে কলে, "মোৰ মতা লাগিদোঙ"। মাত নিৰস ; গোলাপীৰ কলিজাৰ মঙহ, পয়মাল আজি দুদিন নাই, খং কৰি গুচি আহিছে ; এই দুদিন গোলাপীৰ বুকু শুদা, জীউটো ধান বনাদি বানিছে ; পয়মালৰ তিনি মহীয়া পোৱালী এটাও তাইৰ পেটত আছে, সেই কাৰণে আজি দুদিন হাবাথুৰি খাই বিচাৰি ফুৰিছে ; তাই, ডালিমীয়ে কিবা খবৰ দিব পাৰে নে ? এই খিনি কথা ডালিমীয়ে অতি যত্নৰে বাহিৰ কৰাৰ পাচত বৰ মোহ হল আৰু আতঙ্কও হল গোলাপীয়ে কান্দি পেলায় নেকি ? চাওৰ ফালে আঙুলিৰে দেখুৱাই অতি কুমলীয়াকৈ মাত লগালে, "আইদোঙ"। "তেনেহলে বনৰী ইমান পৰে কোৱা নাই কিয় ? বোৰলাংকা, মই তাৰ পিঠিৰ ছাল ছিঙো ;" এই বুলি ম'হ কোবোৱা আচাৰি ডাল খামোচ মাৰি ধৰি একে জাপে ম'হৰ পিঠিৰ পৰা জাপ মাৰি নামি চাওৰ ফালে লৰ দিলে। ডালিমীয়ে নামি আহি উদং ম'হটো ধৰিলে। বেৰৰ জলঙাই দি জুমি ৰং চোৱা ৰংমন উফৰি গৈ পাচ ফালৰ বাটেদি জাপ মাৰি দিলে। গোলাপী গৈ অকল-শৰীয়া পয়মালৰ বহল বুকুৰ ওপৰত জাপ মাৰি পৰি এচাৰি সমন্বিতে পমি গল—গাখীৰত যেন গুৰ।

য: …লেমা… …লৰ পিচত বন্ধুৰ চাওত আলহি থাকিবলৈ নিমন্ত্ৰণ… …ল অসুবিধা হব” বুলি অগ্ৰাহ্য কৰি, দুয়ো ম'হৰ পিঠিত …ঠি ঘৰমুৱা হল। ঘৰ পাই দেখে দাং দিয়া বোপাই নাই। …চদিনা অনিৰাম আহি জী-জোৱায়েকক আকৌ পাই অভ্যৰ্থনা জনা…ল; কিন্তু আগৰ কথা মনত পৰাত একো ভৰষা নকৰি এৰাতি থাকি জয়নক খবৰ কৰি আহো বুলি আকৌ যি গল আৰু উভতি নাহিল,—সেই বাৰী জনীৰ ঘৰত চপনীয়া হলগৈ! কতা চপনীয়া, বাৰীজনী কুমলীয়াই …হিছিল,—এতিয়া আৰু সেই অনা দে'লে!

( সমাপ্ত )

## ভুল শুধৰণী

| হৈছে | হব লাগে | পৃষ্ঠা | লাইন |
|---|---|---|---|
| পৰে | পঢ়ে | ৩ | ৮ |
| পৰম | পলম | ৬ | ৪ |
| যক্ষই | যক্ষ হৈ | ১৯ | ৯ |
| কৃষঃাঙ্গী | কৃশাঙ্গী | ২১ | ১২ |
| স্পটিং | ষ্টাৰ্টিং | ৪০ | ১৮ |
| আলিয়া | আগিয়া | ৫১ | ৯ |
| ফচ | ফৰ্দ্দি | ৫৮ | ১৪ |
| খোজত | জোখত | ৬৫ | ১০ |
| উঙ্কাৰ | টঙ্কাৰ | ৮০ | ১৯ |
| টোম | টোন | ৮১ | ২ |
| ভাবিব | ভাৰিব | ৯৬ | ১৬ |
| বন্ধুকো | বন্দুকো | ১১১ | ৪ |
| থৰমেৰে | মৰমেৰে | ১১১ | ২২ |
| থওলাল | নহল | ১২১ | ১৬ |
| স্মৃতি | শ্ৰুতি | ১৩০ | ১৬ |
| থকাও | নচাও | ১৩৮ | ৬ |
| লাগিছোঙ | লাগিছোং | ১৪৩ | ৪ |